# শ্রীশ্রীবংশীগোপালদেৱৰ চৰিত্র

**ৰমানন্দ দ্বিজ ৰচিত**

শ্রীমহেশ্বৰ নেওগ এম্. এ.
অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়
সম্পাদিত




প্রথম তাঙৰণ
১৮৭২ শক

শ্রীশ্রীশঙ্কৰদেৱ লাইব্রেৰী
পৰ্ব্বতী আশ্রম, পোঃ ট্রিবিউন
গুৱাহাটী : অসম

অধ্যাপক শ্ৰীমহেশ্বৰ নেওগৰ

সম্পাদিত পুৰণি সাহিত্য :

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ভক্তি-প্ৰদীপ

কবি পীতাম্বৰ দ্বিজৰ উষা-পৰিণয়

দুৰ্গাবৰী গীতি-ৰামায়ণ

হৰিবৰ মিশ্ৰৰ বভ্ৰুবাহনৰ যুদ্ধ

গুৰু-চৰিত :

শ্ৰীশ্ৰীশঙ্কৰদেৱ

সাধুকথা :

ভাৰতৰ সিপাৰে ধনীয়া দেশ

—শ্ৰীশ্ৰীশঙ্কৰদেৱ লাইব্ৰেৰীৰ দ্বাৰা প্ৰচাৰিত—

প্ৰিণ্টাৰ—শ্ৰীপ্ৰকাশচন্দ্ৰ সৰকাৰ

কাত্যায়নী মেচিন প্ৰেছ

৩৭।১, শিবনাৰায়ণ দাস লেন, কলিকতা—৬

“গোবিন্দ” আৰু “নিজ গুৰু দত্তদেৱ ঈশ্বৰ প্ৰভু”ৰ
একান্ত সেৱক
স্বৰ্গীয় মাণিকচন্দ্ৰ নেওগ
দেউতাৰ পবিত্ৰ স্মৃতিত

# প্ৰকাশকৰ নিবেদন

—:(•):—

শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিতথনি ছপা কৰা কথাটি পোনতে আমাৰ বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰধান অধ্যাপক ডক্টৰ শ্ৰীযুত বাণীকান্ত কাকতি ডাঙৰীয়াৰপৰা ওলায়। তেখেতৰ দিহামতে অধ্যাপক শ্ৰীযুত মহেশ্বৰ নেওগে পুথিখনি সম্পাদনা কৰি আমাক প্ৰকাশ কৰিবৰ বাবে দিয়ে। সেই বাবে দুয়োজনা অধ্যাপক আমাৰ বিশেষ শলাগৰ পাত্ৰ। তদুপৰি কামৰূপ অনুসন্ধান সমিতিয়ে তেওঁলোকৰ হাতত সংৰক্ষিত চৰিতৰ সাঁচিপতীয়া নকলটি ধাৰলৈ দি সম্পাদকক সহায় কৰি ধন্যবাদাৰ্হ হৈছে। আমি আশা কৰিছো, ভকত-বৈষ্ণৱগণে পুথিখনি আদৰ কৰিব।

গুৱাহাটী

৩ আঘোণ, ১৮৭২ শক

শ্ৰীপ্ৰসন্ননাৰায়ণ ভাগৱতী




# সম্পাদকৰ পাতনি

পুথিৰ আঁতি-গুৰি—যিখনি সাঁচিপতীয়া পুথিৰপৰা উৰ্দ্ধপুৰুষ শ্ৰীগোপালদেৱৰ চৰিতখনি ছপা কৰি উলিওৱা হৈছে, সেইখনি পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীয়ে আউনীআটি সত্ৰৰপৰা সংগ্ৰহ কৰি কামৰূপ অনুসন্ধান সমিতিৰ পুথি ভঁৰালত সংৰক্ষণ কৰিছিল। বৰ্ত্তমানে কামৰূপ অনুসন্ধান সমিতিৰ বিষয়-ববীয়াসকলৰ সৌজন্যত ডক্টৰ শ্ৰীযুত বাণীকান্ত কাকতি আৰু ডক্টৰ শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ যোগেদি পুথিখনি পাই ছপাশালৰ বাবে যুগুত কৰি উলিওৱা হ'ল। সাঁচিপতীয়া পুথিখনিৰ লিপিকাৰ হলিৰাম, এওঁ আউনীআটি সত্ৰৰ অষ্টম (আনমতে নৱম) সত্ৰাধিকাৰ ৺পদ্মপাণিদেৱৰ শিষ্য। বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীশ্ৰীহেমচন্দ্ৰ দেৱ গোস্বামী প্ৰভুৰপৰা পোৱা ভু মতে পদ্মপাণিদেৱ ১৭২৬-ৰপৰা ১৭৪০ শকলৈকে এই চৈধ্য বছৰ সত্ৰাধিকাৰ আছিল। গতিকে পুথিৰ অন্তত থকা লিপিৰ শক "বিশ বিশ মুনি আহ"ৰ শুদ্ধ পাঠ হ'ব "বিশ্ব বিশ্ব মুনি চন্দ্ৰ" অৰ্থাৎ ১৭৩৩ শক। মুঠতে, পুথিখনিৰ বয়স ১৪০ বছৰ। ঠায়ে ঠায়ে কোনো শব্দৰ পাঠ নষ্ট হৈছে আৰু কোনো ঠাইত আমি শুদ্ধ পাঠ উদ্ধাৰ কৰিব পৰা নাই। এনে ঠাইত যথাক্ৰমে তৰা-চিন আৰু বন্ধনীত প্ৰশ্ন চিন দিয়া হৈছে। শ্ৰীমতী নিৰ্ম্মলা নেওগে প্ৰায় গোটেইখনি পুথি সাঁচিপতাৰ নকল কৰি উলিয়াই দিয়ে। ১৮৪৩ শকৰ "বাঁহী"ত 'শ্ৰীভৱানন্দ পাঠকে' "বিজুলী" নামৰ প্ৰবন্ধাৱলীৰ মাজত এই পুথিখনিৰ বহল বিৱৰণ দিছিল। ইয়াৰ আগতে ১৮২১ শকত এইখনি চৰিতৰ ওপৰতে ভেটি কৰি ৺দত্তদেৱ গোস্বামীয়ে গোপালদেৱৰ এখনি চৰিত গদ্যত লিখাই ছপা কৰায়।

**চৰিতকাৰৰ পৰিচয়**—এই চৰিতখনিৰ ৰচক ৰমানন্দ দ্বিজ। আমাৰ চৰিত-সাহিত্যত আৰু এজন ৰামানন্দ দ্বিজ আছে। সেইজন হ'ল ভবানীপুৰীয়া গোপাল আতাৰ শিষ্য শ্ৰীৰামদেৱ "ভাটী আতা"ৰ পুত্ৰ, আঁহতগুৰি সত্ৰৰ অধিকাৰ। তেওঁ শঙ্কৰ মাধৱৰ এখনি আৰু ভবানীপুৰীয়া গোপালৰ এখনি চৰিত ৰচে। তেওঁ আৰু আমাৰ বংশী-গোপালদেৱৰ চৰিত লিখোঁতা ৰমানন্দ দ্বিজ একেজন মানুহ নহয়।

বংশীগোপালে কাঁহীকুচিত সত্ৰ কৰি থাকোঁতে বিষ্ণুভাৰতী নামে এজন ব্ৰাহ্মণে তেওঁত শৰণ লয়হি। ভাৰতীয়ে বংশীগোপালৰ সাহচৰ্য্য কৰাৰ বাবে "বৌধ"ই তেওঁক প্ৰাণে মাৰিব খোজাত গোপালদেৱে তেওঁক জকাইচুকৰ ৰবলস্কৰৰ তত্বাৱধানত ৰখাব লগীয়া হৈছিল। এই ভাৰতীয়েই ৰমানন্দ দ্বিজৰ পিতামহ। কাঁহীকুচি-কলাবাৰী এৰি বংশীগোপাল ভেবেৰাপাৰলৈ যাওঁতে বাটতে ৰমানন্দৰ মাতামহ হৃষীকেশে তেওঁক ৰত্নত শিয়োৰে সৈতে লগ ধৰিছিল। বিষ্ণুভাৰতী আৰু হৃষীকেশ দুয়োজনেই বংশীগোপালৰ বিশেষ প্ৰিয়পাত্ৰ আছিল। বংশীগোপালৰ অনুগ্ৰহতে হৃষীকেশ "ধৰ্ম্মধাৰী মহন্ত" হয়।

ৰমানন্দৰ পিতৃ পদ্মপাণিও বংশীগোপালৰ শিষ্য। এওঁ বৰ কৰ্ম্ম-চতুৰ আছিল আৰু গুৰুৰ কাষত থাকি কাৰ্য্যেৰে তেওঁক পৰিতুষ্ট কৰিছিল। গুৰুজন স্বৰ্গী হোৱাৰ পিছত মিশ্ৰ গোসাঁয়ে এওঁকেহে অন্তৰ্জ্জল কৰা গাঁতৰ ওপৰত ভেটি বান্ধি ঘৰ সাজিবলৈ দিছিল।

গোপালদেৱৰ মৃত্যুৰ সময়ত ৰমানন্দ ল'ৰা মানুহ। শেষ কালত গুৰুজনৰ অসুখ হৈ মুৰ ঘূৰাই পৰিবৰ সময়ত নানা ভকতে হেঁচা মাৰি ধৰি ল'ৰা ৰমানন্দক আধা-মৰা কৰিছিল, একনে হাতেৰে সাৱটি ধৰিহে যেচেৰাক ৰক্ষা কৰিলে। বংশীগোপালে একান্তভাৱে মগ্ন চিত্তেৰে মাধৱদেৱ, জয়দেৱ, কবীৰ আদি সন্তৰ চৰিত কোৱা ৰমানন্দই নিজ কাণে শুনিছিল আৰু নিজ চকুৰে দেখিছিল। খাগটিয়া নামে আতাই ৰমানন্দক

গোপালৰ ওচৰত পদ পঢ়িবলৈ দিয়ে আৰু ৰমানন্দয়ো পৰিচিত হৈ তেওঁকে প্ৰাণ-গুৰু মানি লয়। বংশীগোপালৰ ভক্তিভাক জয়হৰিদেৱে ৰমানন্দক অশ্বক্ৰান্তত পঢ়িবলৈ পঠায় আৰু বনমালীদেৱৰ লগতো কিছুকাল থয়। ৰমানন্দই জয়হৰিৰে একেলগে ভাগৱতৰ ৰস পান কৰিছিল আৰু গোপালৰ সত্ৰলৈ আহি শ্ৰীভাগৱত কয় অৰ্থাৎ সত্ৰৰ ভাগৱতী হয়। এওঁ কেইবা খনিও পুথি ৰচনা কৰিছে—পদ্মপুৰাণৰ উত্তৰাখণ্ড, বৈষ্ণৱামৃতৰ গোবিন্দ-স্তোত্ৰ আৰু ভাগৱতৰ প্ৰথম স্কন্ধৰ চাৰি অধ্যায়ৰ পদ আৰু আন গ্ৰন্থ। চৰিতৰ এঠাইত তেওঁ কৈছে—

শঙ্কৰ মাধৱ কথা পদ-বন্ধে লিখি আছো
দেখি মক্ৰি আত নকহিলো ।১২৭৪

ৰমানন্দৰ এই পুথিবোৰ এতিয়াও আমাৰ দৃষ্টি-গোচৰলৈ অহা নাই। কিন্তু তেওঁৰ নিজা বিৱৰণবপৰা আৰু লিখাৰ ধৰণবপৰা :ক'ব পাৰি, তেওঁ গোপালদেৱৰ চৰিত ৰচিবৰ বাবে অতি উপযোগী লোক হৈছে। তেওঁ নায়কৰ জীৱনৰ অনেক কাৰ্য্য-কথা নিজে দেখিছে-শুনিছে আৰু আনবোৰ বিষয়ত জনা-বুজা "বৃদ্ধ সজীসবে" কোৱাৰপৰা লৈ চৰিত ৰচনা কৰিছে। তেওঁ নিজে চৰিতখনিৰ প্ৰাণ-বস্তুৰ মাজত সোমাই পৰা বাবে সি কবিত্বময় হৈ উঠিছে। সেই সময়ৰ ধৰ্ম্ম সমাজ আদিৰ ছবি দাঙি ধৰাৰ উপৰিও চৰিতখনিৰ বিশেষ বিভূতি হ'ল শঙ্কৰী সম্প্ৰদায়ৰ বিস্তাৰৰ অকুণ্ঠিত বিৱৰণ। কোনো কোনো চৰিত-ৰচকৰ বিভেদ-ভাৱে ৰমানন্দৰ মুকলি মনত ঠাই পোৱা নাই।

**হৰিবৰ বিপ্ৰ**—বংশীগোপালৰ পিতামহ হৰিবৰ বিপ্ৰ (বৰদোৱাৰ ওচৰৰ?) ব্যাঘ্ৰপিণ্ডা গাৰ্বৰ গ্ৰামৰ (ভূঞা) আৰু সকলো পণ্ডিতৰ অগ্ৰগণী। তেওঁৰ যেনেকৈ একালে হাতী-ঘোঁৰা আদি অশেষ সম্পত্তি, আন কালে তেনেকৈ তেওঁ "ভাৰত পুৰাণ পদ কৰিছা বিস্তৰ।" হৰিবৰ বিপ্ৰৰ ভণিতা থকা দুখন পদ-পুথি আছে—জৈমিনীৰ অশ্বমেধপৰ্ব্ব মহাভাৰতপৰা

লিখা "বভ্রুবাহনৰ যুদ্ধ" আৰু ৰামায়ণৰপৰা গ্ৰথিত "লৱ-কুশৰ যুদ্ধ"। ৺শিৱনাথ ভট্টাচাৰ্য্যৰ দ্বাৰা প্ৰকাশিত "বভ্রুবাহ-পৰ্ব্ব"ত বিপ্ৰ হৰিহৰ বুলি ছপা হ'লেও পুথিখনিৰ ৰচকৰ প্ৰকৃত নাম হৰিবৰ বিপ্ৰহে হ'ব লাগে। এই হৰিহৰ বিপ্ৰই গোপালৰ পিতামহ। এওঁ কামৰূপ-কমতাৰ ৰজা দুৰ্লভনাৰায়ণৰ সমসাময়িক।—

জয় জয় নৃপতি দুৰ্লভনাৰায়ণ ৰাজা।
কামপুৰে ভৈল বীৰবৰ।
সপুত্ৰবান্ধৱে নিতে সুখে ৰাজ কৰন্তোক
জীৱন্তোক সহস্ৰ বৎসৰ ॥
তাহান ৰাজ্যত থিত সাধুজন মনোনীত
অশ্বমেধ বিৰচিত সাৰ।
বিপ্ৰ হৰিবৰ কই গৌৰীৰ চৰণ সেই
পদবন্ধে কৰিলো প্ৰচাৰ ॥১১১॥ [১]

"লৱ-কুশৰ যুদ্ধ" বিষয়-বস্তুৰ ফালৰপৰা "বভ্রুবাহৰ যুদ্ধ"ৰ লগত একে ধৰণৰ—দুইখনিতে অশ্বমেধ যজ্ঞ-প্ৰসঙ্গত পিতৃ-কুলৰ লগত পুত্ৰৰ যুদ্ধৰ বৰ্ণনা দিয়া আছে। "লৱ-কুশৰ যুদ্ধ"ৰ এঠাইত এই তুলনাৰ ইঙ্গিতো দিয়া আছে।—

জয় মুনি বদন্তি শুনিয়ো জন্মিজয়,
ৰামচৈৰ বাপুতৰ এহি যুদ্ধচয় ॥
ৰামক জিনিল যেন লৱ কুশ সবে।
অৰ্জ্জুনক জিনিলেক মণিপুৰশ্বৰে ॥১॥ [২]

কামৰূপ অনুসন্ধান-সমিতিত সংৰক্ষিত, ৺কেশৱকান্তসিংহ যুৱৰাজৰ পত্নী ৰাণী মাহিত্ৰী দেৱীৰপৰা পোৱা, ছিত্ৰোপনকৈ চিত্ৰিত "লৱ-কুশৰ

১। কামৰূপ অনুসন্ধান সমিতিৰ সাঁচিপতীয়া পুথি।
২। কামৰূপ অনুসন্ধান সমিতিৰ সাঁচিপতীয়া পুথি।

যুদ্ধ" পুথিখনি অসম্পূৰ্ণ। তাৰ ভিতৰত হৰিবৰ বিপ্ৰ নামটোৰ বাহিৰে কবিৰ আন পৰিচয় নাই। এই পুথিত প্ৰাক্-শঙ্কৰী যুগৰ বিশেষ বৈয়াকৰণিক ৰূপ ইব'-যুক্ত অতীত।[৩] ব্যৱহৃত হৈছে।—

সিখিবাৰ সৱচৰ সাকলিবো ৰণে।২৭১

সনাইবাৰ সবে তাৰ মাথা নিলা কাটি।৩০২

ইয়াৰপৰা "লৱ-কুশৰ যুদ্ধ" প্ৰাক্-শঙ্কৰী ৰচনা বুলি, আৰু সেই পুথি "বব্ৰুবাহনৰ যুদ্ধ"ৰ কবি একেজন হৰিবৰ বিপ্ৰ বুলি অনুমান কৰিব পৰা যায়। তেওঁৰ ৰচিত "পুৰাণ পদ"ৰ বিষয়ে অৱশ্যে একো জনা নাযায়।

গোপালৰ জন্ম বাল্যকাল—হৰিবৰ আচাৰ্য্যৰ মাজু পুত্ৰৰ নাম ধৰ্ম্মাই, ধৰমাই, বলভদ্ৰ বা বলদেৱ। "আচাৰ্য্য" (?) হিচাপে এওঁৰ বহুতো "শিষ্য" আছিল। চুক্লেনমুং গড়গঞা ৰজাৰ দিনত ১৪৬৮-৬৯ শকত নৰনাৰায়ণৰ কোচ সৈন্যই চিলাৰায়ৰ সেনাপতিত্বত সোণকোষ, টেমনি, ধৌটা, বাৰদলাইদি আগ বাঢ়ি অসম ৰাজ্য আক্ৰমণ কৰে। চিলাৰায় বৰ পৰাক্ৰমেৰে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ তাঘোলবাৰী পৰ্য্যন্ত পায়গৈ। শিছলা নৈৰ পাৰৰ গড়ৰ যুদ্ধত কোচ সেনা আহোমৰ হাতত পৰাস্ত হৈ ছেদেলি ভেদেলি হৈ পলায়। এনে সময়তে শঙ্কৰদেৱ আদিয়ে আহোম ৰাজ্য এৰি কামৰূপলৈ গতি কৰে।[৪] এই সময়তে বৰদোৱা টেমনিৰ ভূঞা আৰু ভূঞাৰ অধীনৰ লোক ৰজাই উজনিৰ নানা ঠাইলৈ তুলি নিয়ে। বলভদ্ৰও প্ৰায় সৰ্ব্বস্বান্ত হৈ ভাৰ্য্যা যমুনাদেৱীৰে এই আপাহতে উত্তৰ লখীমপুৰৰ (ধুৰ্ঁহাটাৰ ওচৰৰ ?) মালীপুৰ নামে ব্ৰহ্মপুত্ৰৰ পাৰৰ এডোখৰ ঠাইত ৰ'লগৈ। তাতে ১৪৭০ শকত ফাগুনী

৩। Dr B. Kakati Assamese—Its Formation and Development, §§ 24, 790.

৪। শ্ৰীমহেশৰ নেওগ-লিখিত "শ্ৰীশ্ৰীশঙ্কৰদেৱ", ৪২ পৃষ্ঠা চাওক।

পূর্ণিমাৰ দিনা বৃহস্পতিবাৰে যমুনাৰ গৰ্ভত গোপালৰ জন্ম হয়। জন্মৰ দুমাহৰ পিছতে গোপালে পিতাকক আৰু তাৰো কিছু দিন পিছত মাতৃদেৱীক হেৰুৱায়, আৰু বায়েকৰ যত্নত থাকি ডাঙৰ-দীঘল হয়। অসমীয়া জন বিশ্বাসমতে ৰৰথেকেৰা আৰু কুঁৱৈলতাৰ ফুল আৰু মেকুৰীৰ শিং দেখা পালে মানুহৰ ৰাজ-সম্পদ মিলে। গোপালেও সৰুতে গৰু চৰাই ফুৰোঁতে সেইবিলাক দেখা পাইছিল, বায়েকে পাছে কিবা অমঙ্গল হয় বুলি ভায়েকৰ গাত ঔষধ ঘঁহি ৰক্ষা-মন্ত্ৰ বান্ধি দিছিল। দুখীৰ দুখী অৱস্থাৰে গোপালে এজন ব্ৰাহ্মণৰ ওচৰত পঢ়ি গীতা পৰ্য্যন্ত শিক্ষা লাভ কৰে।

**শঙ্কৰদেৱেৰে সাক্ষাৎকাৰ**—ধন নিদিলে বিয়া কৰিবলৈ বামুণৰ ছোৱালী নাপায়, সেই কাৰণে ধন ঘটিবলৈ গোপালে নাৱেৰে বেপাৰ কৰি ফুৰা কেইজনমান মুদৈৰ নাৱত উঠি ভটীয়াই যায়। লক্ষ্মীনাথ বেজবৰুৱাৰ মতে ধুৱাঁহাটৰ এই মুদৈসকলে উজনিত ভক্তি-ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে এজন বিশিষ্ট ভক্ত বিচাৰি পাটবাউসীত থকা শঙ্কৰদেৱৰ কাষ চাপে। ৫ সেই ছলতে শঙ্কৰ আৰু গোপাল দুয়ো দুইৰো প্ৰতি বৰকৈ আকৃষ্ট হয়। শঙ্কৰৰ লগতে থাকিবলৈ ইচ্ছা কৰাতো মুদৈসকলে গোপালক ঘৰলৈ ঘূৰাই লৈ যায়। গুৰুজনে গোপালক উপদেশ দিলে পিছত ধৰ্ম্ম ল'বলৈ। কথা-গুৰুচৰিতত আছে, ৰামৰাম, মাধৱদেৱ, নাৰায়ণ ঠাকুৰ আদি ভক্তসকলে শঙ্কৰদেৱক ভক্তি-ধৰ্ম্মৰ ভৱিষ্যতৰ কথা সোধাত তেওঁ কৈছিল, 'মোলে মোৰ ৰবাপোত: দুই নাতিত: আবাসৰৰ আজ্ঞা দহ বাহ্রজনেও ধৰিব: জ্ঞানশিক্ষাবোধ লৈ অনেক ভৰিব ভৰাব: মোলে ৰবাপো আৰু পুৰ

---

৫। "শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ", পিঠি ১২২—১২৬। বৰ্ত্তমান চৰিতত শঙ্কৰদেৱক "ধৱলা গ্ৰাম"ত দেখা বুলি লিখিছে। "সৃষ্ট সম্প্ৰদা কথা"মতে আকৌ যোৱাজোৰত (ধুৱাঁহাট) এই সাক্ষাৎ হয়। দুইটা উক্তি সত্য নহয়।

দেশৰতে দুই ব্ৰাহ্মণ আমাৰ পাচে আহিব : জানু পৰাই জ্ঞান কৰা : আশ্ৰম নিৰাশ্ৰম ভাগৱতি ধৰ্ম্ম প্ৰৱৰ্ত্তাই জিৱ নিস্তাৰিব : আৰু বেলগাছে ধুৱাহটাত মদনগোপাল থৈ আহিচো কৈ দিবা তানে আজ্ঞা লৈ অনেক সাখা বাঢিব ॥" * ইয়াত বংশীগোপালৰ কথাকে কোৱা হৈছে।

**বংশীগোপালৰ সম্প্ৰদায়-লাভ**—নিজ দেশলৈ ঘূৰিলেও গোপালৰ মন চিত্ত সকলো শঙ্কৰৰ লগতে থাকি গ'ল। বাই-ভিনিহি আৰু বন্ধু-বান্ধৱক কৈ বিয়াৰ প্ৰস্তাৱৰপৰা নিষ্কৃতি লাভ কৰি তেওঁ কিছুদিন ৰামদাস নামে বৈষ্ণৱৰ ( মাধৱদেৱৰ বৈনায়েক ৰামদাস নহয় ) সঙ্গ লৈ হৰি-কথা চৰ্চ্চি থাকিল। ৰামদাস তাৰপৰা আন ঠাইলৈ গ'লত তেওঁ বাঁহী বজাই নাম গাই ফুৰে, তেতিয়াৰপৰাই গোপালৰ নাম বংশীগোপাল হয়। এই সময়ত "বৌধ"সকলে তেওঁক বৰ আহুকাল কৰে। বংশীগোপালে শৰীৰক কষ্ট দি ভক্তি-ভাব সজাগ ৰাখিবৰ যত্ন কৰিছিল। কেতিয়াবা গাঁৱত খানি ভাত সোমাই নাম লৈ আছিল, তেনে কৰোঁতে মিছিমি বামুণে চাউল-পাত দি তেওঁৰ যতন লৈছিল। তেতিয়াও ভক্তি ধৰ্ম্মৰ ঘাই ঢলে স্পৰ্শ নকৰা অসম অঞ্চলত প্ৰবৃত্তিৰ দাস, অন্ন-যোনিৰ বিচাৰ নথকা ব্যভিচাৰী "ভকত" দেখি-শুনি বংশীগোপালে পছিমৰ মহন্তসকলৰ সঙ্গলৈ যাবলৈ বাঞ্ছা কৰে আৰু লুইতৰ চাণ্ডিনী ঘাটত ভাটী মুৱা মুদৈ নাৱত উঠি বৰপেটাৰ মাধৱদেৱৰ থানত উপস্থিত হ'লগৈ, আৰু জনালে, সেই থান আৰু দামোদৰৰ সত্ৰলৈকে তেওঁ আহিছে। "শ্ৰীভাগৱত শাস্ত্ৰ শঙ্কৰৰো মত"– ইয়াকে গ্ৰহণ কৰাই তেওঁৰ উদ্দেশ্য। মাধৱে থান মান দি বংশীগোপালক ৰাখিলে। কিছু দিনৰ পিছত তেওঁ তাৰপৰা দামোদৰৰ সত্ৰলৈ গ'ল আৰু সত্ৰৰ সম্প্ৰদায়, শ্ৰৱণ-ভজন ভক্তি প্ৰাৰ্থনা কৰাত দামোদৰদেৱে ক'লে, "ওৰেৰা বাসুদেৱ নামে সন্ত, তাহে হন্তে কৃষ্ণ দেৱ বুলি জানিলো। ভক্তিৰ ক্ৰম নজানিলো। আৰে শ্ৰীশঙ্কৰ হন্তে আজ্ঞা পায়া ভাগৱত-মত শ্ৰৱণ-ভজন ভক্তি জানিলো।

* । "কথাগুৰুচৰিত" সাঁচিপতীয়া পুথি, পাত ৩৩ ক।

মালা মন্ত্ৰকো মোক দিলা। এতেকে মোৰ গুৰু শঙ্কৰে জানিবা। তোমাক দৃঢ় কৰি কহিলো। তুমিও শ্ৰীশঙ্কৰমত শ্ৰৱণ-কীৰ্ত্তন কৰা।"[৭] শ্ৰীশঙ্কৰৰ লগত দামোদৰৰ কোনো ভেদ নাই, শ্ৰীশঙ্কৰে "মোৰ দামোদৰ" বুলিহে দামোদৰদেৱৰ কথা কৈছিল। এতিয়া, দামোদৰে গোপালক শৰণ-ভজন ভক্তি "শঙ্কৰ-মত প্ৰমাণি কহিলা।" ইয়াৰ পিছত গোপাল মাধৱৰ থানত সাত বছৰ থাকি শ্ৰীশঙ্কৰৰ ধৰ্ম্ম-নীতি-বিষয়ক শিক্ষা লাভ কৰে আৰু লোকসকলে কিভাবে শঙ্কৰৰ অনন্যশৰণ ধৰ্ম্ম গ্ৰহণ কৰিছিল তাকো মাধৱৰ মুখে শুনি ল'লে। তেওঁৰ জীৱনৰ লগত মাধৱ আৰু দামোদৰৰ নাম জড়িত হ'ল।

ইহ পৰলোকে মোৰ দেৱ দামোদৰ গুৰু
জানিবাহা সকলে ভকত।
বিচাৰ যুগুতি কথা কহো আমি যথা তথা
তাক পাইলো আতো মাধৱত ॥৮২০

**অসম ৰাজ্যত একশৰণীয়া সন্ত সম্প্ৰদায়ৰ প্ৰসাৰ**—অসম ৰাজ্যত ধৰ্ম্ম-প্ৰচাৰৰ উদ্দেশ্যে এজন উপযুক্ত লোক পঠিয়াবলৈ পূৰ্ব্বতে গুৰুজনেযে কৈছিল, তাকে সুঁৱৰি মাধৱদেৱে দামোদৰদেৱেৰে আলোচনা কৰি গোপালদেৱক উজনিলৈ যাবলৈ আজ্ঞা কৰে। উজনি দেশত পোৱা মনোকষ্ট সুঁৱৰি কিন্তু গোপাল কিছু দিন টলকা মাৰি থাকিল। মাধৱে বাৰে বাৰে কথাটো কৈ থকাত গোপালে অগত্যা অসমলৈ যাত্ৰা কৰিলে। কিন্তু বৌধৰ উপদ্ৰৱত পুনৰ বৰপেটালৈ ঘূৰিল। ইফালে পিছে উজনিৰ ভকতসকলে ধৰ্ম্ম দিওঁতা গুৰু বিচাৰি মাধৱদেৱৰ কাষলৈ খেদা পঠালে। সিমানতো গোপাল শ্ৰীক্ষেত্ৰলৈ যাওঁ বুলিহে ওলাল। কিছু দূৰ যোৱাৰ পিছত বাটতে অসুখ হ'ল আৰু সপ্নত জগন্নাথেও তেওঁক অসম দেশলৈ গৈ ধৰ্ম্ম প্ৰৱৰ্ত্তাই থাকিবলৈ আদেশ কৰিলে।—

৭। গোবিন্দদাস "সন্ত সম্প্ৰদা কথা", পাত ৩। বৰ্ত্তমান চৰিতৰ পদ ১৫৩—১৫৫ চাওক।

দামোদৰ মাধৱ প্ৰমুখ্যো বৈষ্ণৱৰ।
আজ্ঞা যি শুনিলি সিটো মোহোৰ মনৰ ॥ ২০৯

গোপাল ঘূৰি আহি পোনতে দামোদৰৰ সত্ৰতে সোমাল। দামোদৰ গুৰুৱে ক'লে,

কৃষ্ণৰ ইচ্ছাত আমি মাধৱে সহিতে।
যিখানি বুলিছো তাক লাগয় কৰিতে ॥ ২২০
মাধৱ দাসৰে মোৰে নাহি কিছু ভেদ।

মাধৱেও গোপালক পাই মহা আনন্দ লাভ কৰিলে আৰু এইবাৰ যদুমণি নামে আন এজন ব্ৰাহ্মণ ভক্তকো লগত দি গোপালক পুনৰ অসমলৈ পঠালে মহাপুৰুষ শঙ্কৰ "মহাপুৰুষৰ ধৰ্ম্ম লোকত দেখাই" মিলা-প্ৰীতিৰে থাকিবলৈ।

অসম দেশত যদুমণিদেৱে আধলিয়া গাৰ্ভত সত্ৰ পাতিলে, বংশী-গোপালে পোনতে নানা ঠাইত ঘূৰি ( উত্তৰ লখীমপুৰৰ ? ) কাঁহীকুচি গাৰ্ভত সত্ৰ পাতি ৰ'ল। ভূঞাসকলে আদৰ-সাদৰ কৰি ধন দি মাটি কিনি, পুখুৰী খানি, ঘৰ বাৰী কৰি দিলে। বৌদ্ধসকলে তেওঁত শৰণ ল'বলৈ যোৱা মানুহক হাক দি ৰাখিব নোৱাৰি তেওঁলোকৰ লগৰীয়া এক কপটী ব্ৰাহ্মণেৰে যোগ হৈ গোপালক বিহ খুৱাই আৰু খুঁচি কাটি মাৰিবলৈ চেষ্টা কৰিছিল। তাকে শুনি বৰদলৈ, তামুলী দলৈ আদি বাৰভূঞাসকলে কলাবাৰী গাৰ্ভত সত্ৰ সজাই তেওঁক আড়ম্বৰে তাতে থাপিলেগৈ। ভাগৱত-চৰ্চ্চা, পদ-পাঠ, গীত গান, ওজা-পালিৰে গোপালে ভক্তি-ধৰ্ম্ম মনোমোহা কৰি তুলিলে। তেতিয়া বৌদ্ধসকলেও তেওঁত শৰণ ল'লেহি দুখী-দৰিদ্ৰবেপৰা বৰুৱা-পণ্ডিত-লৈকে সকলো আকৃষ্ট হ'ল।

**ভেৰেৰাপাৰ সত্ৰ; আহোম বিষয়াৰ সহায়**—কলাবাৰীত ভফলাৰ ভয় দেখি শ্ৰীমন্ত গোপালে দুইভৰ বোৰ চাই ভেৰেৰাপাৰত সত্ৰ-শাল পাতে। এই কাৰ্য্যত ভঁৰালী গোঁহাই আৰু সুন্দৰ ( সোন্দৰ )

গোহাঁই নামে দুজন আহোম বিষয়াই সহায় কৰিছিল। খোৰাৰজাৰ দিনত ১৪৮৫ শকত চিলাৰায়ৰ যুদ্ধত আহোম সৈন্য পৰাজিত হোৱাত এই সোন্দৰ বা আপচু গোহাঁই আন কেইজনমানেৰে কোচবেহাৰলৈ গুলকাপে যাব লগা হৈছিল। ১৫২৪ শকত প্ৰতাপসিংহ ৰজা হোৱাৰ পিছত এওঁলোকক নৰনাৰায়ণে মুক্তি দিয়ে। এইজনা ৰজাৰ দিনত হোৱা কছাৰী-যুদ্ধত সোন্দৰ গোহাঁই সততে নিযুক্ত হৈছিল। ১৫৩৭ শকত সাতগাৱঁত কছাৰীয়ে এওঁক শেলেৰে খুঁচি মাৰে। ১৫৩৫ শকৰ ফাগুন মাহত প্ৰতাপসিংহ বুঢ়া ৰজাৰ আজ্ঞাৰে লাকুৰ বৰপাতৰ আৰু ভঁৰালী গোহাঁই ডফলাৰ লগত যুঁজিবলৈ যায়। ডফলাই বহুত বণুৱা কাটিলত দুইকো হুঁহকি আহিবলৈ কোৱা হ'ল। এই সময়তে ১৫৩৫-৩৭ শকমানত ডেবেৰাপাৰ সত্ৰ পতা হয় বুলি ধৰিব পাৰি। ১৫৫৬ শকত ৰূপ এচক, সোণ এচক দি বুঢ়াৰজাক ৰবা উত্তৰকোলৰ বাৰভূঞাসকলক ভাঙি দক্ষিণ কোলত পতা হয় আৰু ডফলাগড় বন্ধাই ডফলাৰ পাল-সেৱাৰ নিয়ম বিহা হয়। সেই বছৰতে ভঁৰালী গোহাঁইৰ পুতেকইঁতে ৰাইজৰ জাত-কুল মৰা অভিযোগত তেওঁক পুত্ৰ সমন্বিতে বধ কৰিবলৈ বুঢ়াৰজাই আদেশ দিয়ে। ৮

হেণ্ডুলীয়া যদুমণি আৰু ভূঞা-পো অনিৰুদ্ধ—বৰ্ত্তমানখনি চৰিতত আছে, হেণ্ডুলীয়া যদুমণিয়ে গীত মাত আৰু ভূঞাৰ পো অনিৰুদ্ধই প্ৰসঙ্গৰ পদ গাই গোপালৰ কমাৰাৰী সত্ৰতে আছিল। সকলো ডেবেৰা-পাৰলৈ যোৱাৰ পিছত দুয়োজনে একাদশীত মাছে-ভাতে খোৱা বুলি আৰু "আৰু পুছ কিবা বৌধবাদ বড়ে" বুলি গোপালদেৱে দুইকো ত্যাগ কৰে। এই কথাৰ প্ৰমাণ আমি আন পুথিবপৰা পোৱা নাই। মায়ামৰীয়াসকলৰ আদি-গুৰু অনিৰুদ্ধৰ চৰিতত তেওঁ বংশীগোপালৰ সত্ৰত থকা কথাৰ ফুটকে নাই। চতুৰ্ভুজ কায়স্থ-ৰচিত যদুমণি-ৰমানন্দ চৰিতমতে যদুমণি

৮। "অসম বুৰঞ্জী", অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ (১৯৪৫), ১৯, ৮৯, ১৩৭, ১৫০ ছেৰ, কাশীনাথ তামুলী ফুকন, "আসাম বুৰঞ্জি", পিঠি ৩২।

কিছুদিন ভেৰেৰাপাৰত আছিল, তেৰেঁ এজোনা সোণ দি জগন্নাথৰ পাণ্ডাৰপৰা গোবিন্দ ঠাকুৰৰ মূৰ্ত্তি আনি বংশীগোপালক দিয়ে, আৰু গোপালে পূৰ্ব্বতে মাধৱদেৱৰ ওচৰত লগোৱা একেৰি দূষণৰ বাবে (বেজবৰুৱাই উল্লেখ কৰামতে মাধৱদেৱক উজনিলৈ নিবলৈ নাও নপঠোৱাৰ দূষণনেকি, চৰিতত কোৱা হোৱা নাই।) তেওঁ যদুমণিৰ হতুৱাই ঠাকুৰ আতা আদি পছিমৰ ভক্ত-সমাজৰ ক্ষমা মগাই নিয়ে। এই আপাহতে যদুমণিয়ে "কথাৰ সাগৰ" ভবানীপুৰীয়া গোপাল আতাক লগ পাই তেওঁৰ তত্ত্ব-চৰ্চ্চাৰ দ্বাৰা বিশেষভাৱে প্ৰভাৱান্বিত হয়। তেওঁ পুনৰ বংশীগোপালৰ সত্ৰলৈ গ'লত ডুইৰো মাজত 'কৃপা' আৰু 'পুৰুষাৰ্থ'ৰ ভিতৰত কোনটি শ্ৰেয়ঃ, এই লৈয়ে তৰ্ক-বাদ হয়। ইমানতে যদুমণিয়ে বংশীগোপালৰ সত্ৰ এৰি ভবানীপুৰীয়া গোপালক বিচাৰি ওলায়। "[৯]

জয় মুকুন্দ মহন্ত, অনন্ত মহাজন, বংশীগোপালদেৱ— বুৰঞ্জীত আছে, বুঢাৰজাৰ দিনত "মুকুন্দ গোঁহাঞিএ বিধি এৰি নাম গাই লগুণ দিয়াই বিয়া কৰাই ফুৰিছিল। পাছে মহা ৺দেৱে বোলে,—'বিধি এৰিবে প্ৰবৰ্ত্তে মোক মহিমা দেখাওক।' এই বুলি বন্দী কৰি থৈছিলে। একো মহিমা নাপালত দায় ধৰি মুকুন্দ গোঁহাঞিক মাৰিলে।" [১০] বৰ্ত্তমান চৰিতখনিত বংশীগোপালৰ শঙ্কৰী পন্থৰ বাহিৰে সমসাময়িক আন দুটি 'পন্থ'ৰ কথা আছে। বুৰঞ্জীত উল্লিখিত মুকুন্দ গোঁহায়েই চৰিতৰ জয়মুকুন্দ। এওঁৰ থান গৰাকাথৰৰ গোবিন্দপুৰ। এওঁ ধৰ্ম্ম-শাস্ত্ৰীয় বিবাহ ৰীতি, ব্ৰাহ্মণৰ লগুণ, পুষ্কৰিণী-প্ৰতিষ্ঠা, সকলো খণ্ডন কৰি হৰি-নামকে সাৰ কৰিছিল, অনন্ত মহাজনে শৌচ স্নান ভোজনৰ আচাৰ-বিচাৰ এৰি বোল নাম জপ কৰে। বংশীগোপালে নীতি-সদাচাৰে মঙ্গলময় নাম-ধৰ্মক প্ৰতিষ্ঠা লাভ কৰোৱালে।

৯। চতুৰ্ভুজৰ কায়স্থ, যদুমণি-ৰমাকান্ত চৰিত্ৰ, পত্ৰ ৩—১৪ (হাতে লিখা)।
১০। "অসম বুৰঞ্জী" (১৯৫৫), ১০৮ ছেৰ।

**মদন গোপাল আৰু গোবিন্দ ঠাকুৰ মূৰ্ত্তি**—শঙ্কৰদেৱে ধুৱাঁহাটত থাকোঁতে এবাৰ কৰলা বাটেৰ হতুৱা মদনগোপাল নামে এটি কাঠৰ মূৰ্ত্তি গঢ়াইছিল। আৰু অসম ৰাজ্য এৰিবৰ সময়ত সেইটি বেলগছ এজুপিৰ ওপৰতে তুলি থৈছিল। সেই মূৰ্ত্তিটি আৰু জগন্নাথ-ক্ষেত্ৰৰ পৰা দৌল গোবিন্দৰ মূৰ্ত্তি অনাই বংশীগোপালে ভেৰেৰাপাৰত প্ৰতিষ্ঠা কৰে।

**ৰাজ-নিগ্ৰহ**—এনেতে বংশীগোপালৰ ভেৰেৰাপাৰ, তেওঁৰ আত্মাশৰ জয়হৰিদেৱৰ ধুৱাঁবোল আৰু জয়মুকুন্দৰ গোবিন্দপুৰ থানৰ ওপৰত ৰজাঘৰৰ ৰোষ-দৃষ্টি পৰিল। ১৫৩৭ শকত সাতগাৱঁত সোন্দৰ গোহাঁইক কছাৰীয়ে (চৰিতত যাক কিৰাত বোলা হৈছে) হত্যা কৰে। ৰণ-পলৰীয়া আহোম সেনাই গোবিন্দপুৰত আশ্ৰয় বিচাৰি নাপাই ৰজাত লগালেগৈ, সোন্দৰ গোহাই ৰণত মৰা নাই, সত্ৰীয়া ভকতেই পলুৱাই লৈ ফুৰাইছে। বুঢ়া ৰজাই তুৰন্তে তিনিওখন সত্ৰলৈ নাৱেৰে চেংধৰা পঠালে। তিনিওখন সত্ৰ ভাঙি দিয়া হ'ল, বহুত ভকতক মৰা হ'ল, বহুতক বন্দী কৰি ৰাজধানীলৈ লৈ যোৱা হ'ল। বংশীগোপালো বন্দী হৈ গ'ল কিন্তু বলভদ্ৰ আতা নামে এজনে নিজে বংশীগোপাল বুলি চিনাকি দি গুৰুৰ হৈ মৰণক সাবটি ল'লে। গোপালদেৱ কিছু দিন নগৰত থাকি পিছত বাৰধন ঠাইত বাৰখন "পলৰীয়া সত্ৰ" কৰি ঘূৰি ফুৰে। এবাৰ অসম ৰাজ্য এৰি কামৰূপলৈকে যাবলৈ ওলাইছিল; তাকে জানিবলৈ পাই কুমৰ গোহাঁয়ে (চুৰম্‌ফা কোঁৱৰ?) সলা-শিঙৰিৰ ফাটৰ চকিয়ালক সাৱধান কৰি দি গোপালদেৱক ৰাজ্যৰ ভিতৰতে ৰাখে।

**মিশ্ৰ গোসাঁই, কুকুৰাবাহী সত্ৰ, বংশীগোপালৰ বৈকুণ্ঠ-প্ৰয়াণ**—"পলৰীয়া সত্ৰ"বোৰৰ ভিতৰত থাই, সৌৰাণিত থকাতে ৰাম কন্দলি নামে এজন ভকতে গোপালৰ হাতত নিজ পুত্ৰ হৰিচৰণক গতাই দিয়েহি। হৰিচৰণক নানা ঠাইত শিক্ষা দিয়াই ভাগৱত মিশ্ৰ নাম দিয়া হয়। ধোৱাচুবুৰীৰ পলৰীয়া সত্ৰত থাকোঁতেই গোপাল গুৰুৱে এওঁক

সত্ৰৰ অধিকাৰ পাতে আৰু কৰ্ম্মাইৰ নাতি জয়হৰিকো তেওঁৰ লগতে থয়। কাঁহীকুচি, কলাবাৰী, ভেবেৰাপাৰ, এই তিনিখন ভাল সত্ৰ হ'লেও থাকিবৰ অনুপযুক্ত হোৱাত গোপালদেৱে জল-পথ আৰু ৰাজ-পথে ঢুকি নোপোৱা অথচ দুফালে লুইতলৈ মুখ কৰা ঠাই চোৱাই ধনশিৰি নৈৰ ওচৰৰ লুইতৰ চাপৰিত কুকুৰাবাহী নামে ঠাইত সত্ৰ স্থাপনা কৰে। এনেতে ১১৪ বছৰীয়া গোপালদেৱৰ ব'হাগমহীয়া 'বায়ুৰাই' বা ৰক্ত-চাপ বৃদ্ধি হৈ অসুখ হ'বলৈ ধৰে। চৰিতমতে সেই বছৰতে শাওণ মাহত আহোম ৰজাই লুইতৰ উত্তৰ কূলৰ মানুহ ভাঙি দক্ষিণত পাতে। [11] মাঘ মাহত গোপালদেৱৰ বৈকুণ্ঠ প্ৰয়াণ ঘটে।

ৰাজবোষত মিশ্ৰদেৱৰ মৃত্যু—বংশী গুৰুৰ মৃত্যুৰ পিছত মিশ্ৰ গোসাঁই, জয়হৰিদেৱ, বনমালীদেৱ কুকুৰাবাহীতে থাকে। "অসম-বুৰঞ্জী"ত আছে, বংশীগোপালক 'মহা ৺দেৱেও স্বপ্ন দেখি বিচাৰ কৰি আনি কুকুৰাবাহীত মঠ-মণ্ডপ কৰি নিৰ্ভয় কৰি থলে। কতদিন থাকি বংশীগোপালে দেহ এৰিলত মিশ্ৰ গোসাঞি সত্ৰৰ অধিকাৰ হ'ল। গোসাঞিও মহাৰাজাৰ পুত্ৰ দুজনাক ভকত কৰালে। সিবোৰেও ভকত হই কুকুৰাবাহীত ডাঙৰকৈ সত্ৰ পাতি দিলে। পাচে কতোদিন থাকি সতাই মিশ্ৰ গোসাঞিৰ সত্ৰৰ ভকত আছিল। অভকতীয়া পাই সত্ৰখনা খেদিলে। সি আহি ৰজাত গোচৰ দিলে, বোলে,—'পিতলৰ, সোণৰ পিকদান, ইয়াক ৰাজা হলেহে লব পাই। তাকে লৈ মিচিৰ বাপু ৰাজা হল।' পাচে সতাইৰ কথাকে লৈ মহা ৺দেৱে মিশ্ৰ গোসাঞিক মাৰিলে।" এই সতাই, "সতাই নৰকী," "কথা সতাই" বা সত্তানন্দই হেনো মিশ্ৰদেৱৰ কন্যা কনকাৱতীক বিয়া কৰিবলৈ ইচ্ছা কৰিছিল, কিন্তু গোসাঁয়ে বিয়া

১১। বংশীগোপালৰ জন্ম-শক ১৪৭০ আৰু চৰিতমতে তেওঁ ১১০ বছৰ জীৱিত আছিল। বুৰঞ্জীমতে ১৫৫০ শকত উত্তৰ কূলৰ মানুহ সি দক্ষিণ কূলত আহোৱা হয়। দুইটা উক্তি অমিল হৈ পৰিছে।

নিদিয়াত আৰু, গোসাঁইৰ ভকত বঙ্গায়ে নিন্দা কৰা বাবে, সতায়ে বুঢ়াৰজাক সত্ৰৰ বিৰুদ্ধে কয়গৈ। এই চৰিতমতে কুৰুৱাবাহীৰ ফাগুযাত্ৰাৰ দৌলৰ ওপৰত লগোৱা মগৰ আৰু গোসাঁইক বিচা ম'ৰা-পাখিৰ কথাকে "অজ্ঞানী"য়ে বজা খিতাপৰ দোলা-মাৰি আৰু মুকুটৰ পাখি বুলি ৰজাৰ আগত কয়। পৰীক্ষিৎ বৰুৱাই মগৰ-ম'ৰাপাখি নি ৰজাৰ আগত দিলে। ১৫৬৬ শকৰ জেঠত কুৰুৱাবাহী সত্ৰ ভাঙি পেলোৱা হয়। মিশ্ৰদেৱ পলাই ফুৰোঁতে দেৱগাৰ্বৰপৰা তেওঁক পত্নী আৰু কেঁচুৱা পুত্ৰ ৰামকৃষ্ণ সমন্বিতে পৰীক্ষিৎ বৰুৱাই ধৰি নিয়ে। শোধ নৌ হওঁতেই নৰিয়া পৰি মিশ্ৰদেৱৰ মৃত্যু হয় আহোণমহীয়া। "সন্ত-সম্প্ৰদা কথা"মতে তেওঁৰ "বন্দ শালত প্ৰাণ গৈলা।"

**জয়হৰিদেৱৰ ৰাজ-অনুগ্ৰহ লাভ**—লাড গোসাঁই জয়হৰিদেৱে ৰামকৃষ্ণ আৰু মিশ্ৰ পত্নীক লৈ লুকাই ফুৰিছিল। এনেতে ৰাজ-ৰোষ শাম কটা যেন দেখা গ'ল আৰু ১৫৭১ শকৰ ভাদত প্ৰতাপসিংহ স্বৰ্গদেৱ ঢুকাল। তেওঁৰ বৰপুত্ৰ চুৰম্ফা ৰজা হৈ কুৰুৱাবাহী সত্ৰ পুণৰ্প্ৰতিষ্ঠা কৰিলে। ডাঙৰীয়াসকলে এওঁক ভাঙি ভাযেক চুতিয়াংফক ৰজা পাতিলে, তেওঁকো গুচাই পুতেক জয়ধ্বজক ৰাজপাটত তুলিলে। এইজনা ৰজাই মিশ্ৰ গোসাঁইৰ পুতেকত শৰণ লৈ নতুন সত্ৰ পাতি দিবলৈ ওলোৱাত সত্ৰৰ পাঠক নিৰঞ্জন বাপুহে আগ বাঢ়ি গ'ল। ইফালে জয়হৰিদেৱেও মৃত্যুৰ সময় ( ফাগুন, শুক্লা অষ্টমী ) অহা দেখি ঘৰৰ ল'ৰা লক্ষ্মীনাৰায়ণ ( পৰমাইৰ পৰিনাতি ) আৰু ৰামকৃষ্ণক সত্ৰ নিদি নিৰঞ্জনকে কুৰুৱাবাহীৰ ভাৰ দিলে। "সন্ত-সম্প্ৰদা কথা"মতে জয়হৰিয়ে দুইটি শিশুকে পাঠক দেউৰ কোলাত দি ক'লে, "জানা পাঠক আতা, তোমাক দুই জেকা সমন্বিতে সম্প্ৰদা দিলো। তুমি পঢ়াই শুনাই জানৰ কৰি অধিকাৰী পাতিবা। তুমি ভক্তৰূপে থাকিবা।"

**আউনীআটি সত্ৰ**—জয়ধ্বজ ৰজাই পালপোৱা ঘাটত বজ কৰাওঁতে

গোবিন্দ মূৰ্ত্তিয়ে সৈতে নিৰঞ্জন পাঠকক নিয়াৰ আৰু তেওঁতে শৰণ লৈ ১৫৭৬ শকত ভূমি-জমি, দেউৰী-ভাগতী, যোগনীয়া-সমনীয়া দি মাজুলীত আউনী পাণৰ আটি কাটি গোবিন্দ ঠাকুৰে সৈতে আউনীআটি সত্ৰ পাতি দিয়ে। ইংৰাজী ২৪।৫।০৪ তাৰিখে ( ১৮২৭ শক, ১১ জেঠ ) আউনী-আটিৰ সত্ৰাধিকাৰে এথ্নগ্ৰাফিৰ ছুপাৰিণ্টেণ্ডেণ্টলৈ পঠোৱা বিবৃতিমতে ১৫৭৬ শকত এই সত্ৰ প্ৰতিষ্ঠিত হয়। বুৰঞ্জীমতে সেই শকতেহে এইজনা ৰজা হয়।[১২]

বনমালীদেৱ দামোদৰৰ সত্ৰত, দক্ষিণপাট সত্ৰ—বনমালীৰ জন্ম ১৪৯৮ শকত কলাবাৰীত। ছবছৰ বয়সতে তেওঁ আনৰ মুখৰপৰা শুনি শাস্ত্ৰৰ টীকা-ব্যাখ্যা-পদ আওৰাব পাৰিছিল। তেতিয়াৰেপৰা তেওঁ বংশীগোপালৰ লগত থাকে। গোপালৰ মৃত্যুত তেওঁ ৰজা আৰু ভকত-সমাজৰ অনুমতি লৈ বেহাৰলৈ যায় আৰু দামোদৰদেৱৰ বৈকুণ্ঠপুৰ সত্ৰত বলৰামদেৱ আৰু বান্ধনিদেউ পৰমানন্দৰ লগত বয়গৈ। তেওঁলোক দুজনৰ মৃত্যুত বনমালী সত্ৰৰ অধিকাৰ হ'ল। তাতে থাকি তেওঁ জগন্নাথৰপৰা যাদবৰায় মূৰ্ত্তি কিনাই আনে আৰু প্ৰাণনাৰায়ণৰ বেহাৰ ত্যাগ কৰিবলৈ ঠিক কৰে। ইফালে অসমৰ জয়ধ্বজ ৰজাযো তেওঁক মাতি পঠিয়ায়। জয়ধ্বজে তেওঁক প্ৰথমতে কলিয়াবৰৰ জখলাবন্ধাত, পিছত মাজুলী আঁহতগুৰিৰ অতকবাত আৰু শেষত ব্ৰহ্মপুত্ৰৰ দক্ষিণে বাওলী বাহৰত বৈকুণ্ঠপুৰ ( দক্ষিণপাট ) সত্ৰ পাতি বনমালীক বহুৱায়।[১৩]

গড়মূৰ সত্ৰ—নিৰঞ্জন পাঠকে কুকুৰাবাহীৰ গোবিন্দক নি ৰজাৰ মহানুগ্ৰহ লভি বৰবিতাপেৰে সত্ৰ পতা দেখি ৰামকৃষ্ণ আৰু লক্ষ্মীনাৰায়ণৰ মনত অসন্তোষ ওপজে। বিশেষতে বংশীগোপালেও মিশ্ৰদেৱক কৈ গৈছিল,

---

১২। শ্ৰীমহেশ্বৰ নেওগ, "শ্ৰীশ্ৰীশঙ্কৰদেৱ", প্ৰস্তাৱনা। এখন আধাভুৰুৱা বুৰঞ্জীমতে ( কু পু হি, অনুলিপি ) ১৫৭১ শকৰ বহাগৰ ৯ দিন থাওঁতেই জয়ধ্বজ ৰজা হয়।

১৩। 'শ্ৰীশ্ৰীশঙ্কৰদেৱ", প্ৰস্তাৱনা।

গোবিন্দ ঠাকুৰ মূৰ্ত্তি আৰো ভাগৱত।
মদনগোপাল সমে থাকে যিথানত ॥
সেহিসে আমাৰ সত্ৰ তাহাত থাকিবা।

"সন্ত-সম্প্ৰদা কথা"মতে জয়ধ্বজে নিৰঞ্জনদেউক সত্ৰ পাতি দিয়াত "পাচে ৰাজাত কৈয়া লক্ষ্মীনাৰায়ণদেৱে একভাগ মূৰ্ত্তি, ভাগৱত, ভক্ত, আউনীআটীক আনিয়া মদনগোপাল সমে একথালে ৰামকৃষ্ণক দিলা। পাচে ভক্ত সমে আলোচনা কৰি ভয় দেখাই লক্ষ্মী গোসাঁইক খেদি তেওঁৰে আপোনাৰ নাতি কেশৱদেৱক সত্ৰ দি দেহ এৰিল। পাচে লক্ষ্মীনাৰায়ণ গোসাঁইৰ শাপক ভয়ে জয়ধ্বজ ৰাজা যাত্ৰী পঠাই জগন্নাথ হস্তে বংশীবদনক আনি গড়মূৰত সত্ৰ কৰি দিলা।" কুকুৰাবাহী আৰু গড়মূৰৰ সত্ৰাধিকাৰে ১৯০৪ চনত চৰকাৰক দাখিল কৰা বিবৃতিমতে জয়ধ্বজ ৰজাই দিব খোজা মাটি পাইক-সত্ৰ গ্ৰহণ নকৰিলে। তেওঁৰ মৃত্যুত তেওঁৰ ভতিজাক জয়ৰামদেৱক শিৱসিংহ ৰজাই ত্ৰিশ হাজাৰ পুৰা নিষ্কৰ মাটি আৰু বাৰ শ ঘৰ পাইক দি গড়মূৰত থাপনা কৰে।

**বংশীগোপালে পতা মেধি**—"সন্ত-সম্প্ৰদায়"ত আছে (১) বেলসিধীয়া নিত্যানন্দ বাপু, (২) চাবিগুত ৰ ৰাগী বাপু, (৩) দেৱগাৱঁত ভাৱথি বাপু, (৪) ঢাপকটাত বনমুকুন্দ বাপু, (৫) জিয়াঁমৰাত লিখক জয়ৰাম বাপু, (৬) কলিয়াবৰত কৃষ্ণ শ্ৰৱণি, (৭) কুকুৰাকটাত নাৰায়ণ বাপু, (৮) শলগুৰিত বিষ্টু বাপু, (৯) তিতামত গোবিন্দ বাপু, (১০) বতাৰগঞা চতুৰ্ভুজ বাপু, (১১) দ্বাৰকায়াত কামদেউ বাপু, (১২) কলবৰীয়াত চিদানন্দ, (১৩) ঢাপলীয়া ভৱানন্দ, (১৪) পাতকটীয়া নিত্যানন্দ, (১৫) ভুলহিজানত মনোহৰ (১৬) ৰতনপুৰত পূৰ্ণানন্দ, (১৭) দিচৈত কৃষ্ণচৰণ, (১৮) মুৰীয়াত হৰি মিশ্ৰ, (১৯) ভামোলবাৰীত লখণ ৰুকণা, (২০) কাঁড়ী গাৱঁত শ্ৰীধৰ ভাগতী, (২১) খৰতিত কৃষ্ণানন্দ, (২২) বান্দৰখেলত নিৰঞ্জন, (২৩) ৰূপকলীয়াত বৰবাপু,

( ২৪ ) দিহাজাডত সিঙাল মিশ্ৰ, ( ২৫ ) কেলিয়ালত মোহন বাপু, ( ২৬ ) মণিপুৰত দয়াল বাপু, ( ২৭ ) চিনাতলীয়া হৰিচৰণ, ( ২৮ ) লিজুৰাত হৰি বাপু, ( ২৯ ) ঢকুৱাখনাত অৰ্জ্জুন দেউৰী, ( ৩০ ) কৰাই খোৰাত কৰি বাপু, ( ৩১ ) কাঁহীকুচিত অনন্ত কন্দলি, ( ৩২ ) হৰি মিশ্ৰ, ( ৩৩ ) ৰাম মিশ্ৰ, ( ৩৪ ) গদাধৰ বাপু, ( ৩৫ ) গোবিন্দবাপু, ( ৩৬ ) গোপাল বাপু, ( ৩৭ ) কাকৈধাল ৰামচৰণ বাপু, ( ৩৮ ) দিখৌমুখত ৰঘুপতি বাপু, (৩৯) কঁকিলা দেমাজিত হৰিচৰণ বাপু আৰু সাতজন—"দেৱ গোপালে এই পঞ্চলিছ মেধি পাতিলা। এহি মেধিসব ঠাকুৰদেৱৰ আজ্ঞাৰ আসি অসম ৰাজ্যত সত্ৰ কৰিলা। সেইকালে দেৱ গোপালে বৈষ্ণৱসবক দেশে দেশে পাকিলা, যাতো, দেৱৰ এ:কা ভিতি চলনা নাই।"

বংশীগোপালৰ "সম্প্ৰদা"—"মহাপুৰুষৰ ধৰ্ম্ম"—বংশীগোপাল দামোদৰদেৱৰ শিষ্য আৰু তেওঁ মাধৱদেৱৰপৰা তত্ত্ব বিচাৰ-কথা নিৰহ-নিপানীকৈ লাভ কৰিছিল। মাধৱৰ আজ্ঞাৰেই ( দামোদৰৰো অনুজ্ঞা লৈ ) আহোম ৰাজ্যলৈ তেওঁ শঙ্কৰী ধৰ্ম্ম প্ৰচাৰৰ কাৰণে ওলায়। সেই সময়ত অসমীয়া বৈষ্ণৱ ধৰ্ম্মক "মহাপুৰুষৰ ধৰ্ম্ম" বুলিহে জনা গৈছিল—

বংশীগোপালে

মহাপুৰুষৰ ধৰ্ম্ম থাপিয়া লোকত।
দেহ এড়ি ৰহিলন্ত বৈকুণ্ঠ পুৰত ॥১৯

মাধৱে গোপাল যত্নমণিক কৈছে —

মহাপুৰুষৰ ধৰ্ম্ম লোকত দেখাই।
একে প্ৰীতি থাকিবাহা কালক পৰাই ॥২৩৮

বংশীগোপালে মিশ্ৰদেৱক কৈছে—

মহাপুৰুষৰ ধৰ্ম্ম যেমনে ৰহয়।
তেমনে প্ৰবৰ্ত্তি সদা থাকিবে লাগয় ॥২৩১

"মহাপুৰুষ" শব্দৰ অৰ্থ মহাপুৰুষ শঙ্কৰদেৱ বা পৰমপুৰুষ বাসুদেৱ কৃষ্ণ হ'ব পাৰে। এই দুটা অৰ্থতেই তাৰ প্ৰয়োগ দেখা যায়।

( ১ ) দমোদৰদেৱে কৈছে—

পূৰ্ব্বে মহাপুৰুষে কৰিলা দশকন্ধ।

কীৰ্ত্তন ভটিমা ছবি তুলড়ি সুছন্দ॥

—ৰামৰায় দ্বিজ, গুৰুলীলা ৩৩৮

( ২ ) পৰীক্ষিতৰ প্ৰতি শুকৰ উক্তি—

তদহং তেঽভিধাস্যামি মহাপৌৰুষিকো ভৱান্।

—শ্ৰীমদ্ভাগৱতম্ ২।১।৭

তোমাত কহিবো সেহি শাস্ত্ৰ তুমি তাক শুনিবাৰ পাত্ৰ

মহাপুৰুষৰ সেৱক তুমি সম্প্ৰতি —নামঘোষা ৬৯৭

বৰ্ত্তমান চৰিতৰ 'মহাপুৰুষৰ ধৰ্ম্ম' শঙ্কৰী ধৰ্ম্মই। শঙ্কৰদেৱৰ ধৰ্ম্মৰ অৰ্থত অসমৰ সমস্ত বৈষ্ণৱ সম্প্ৰদায় 'মহাপুৰুষীয়া"। কোনো লোকে দামোদৰদেৱৰ আত্মাপৰ সত্ৰসমূহক এই মহাপুৰুষীয়াৰপৰা বেলেগ কৰি "দামোদৰীয়া" বোলে, কিন্তু ই ঐতিহাসিক যুক্তি বিৰুদ্ধ আৰু ভেদ-ভাবৰপৰা ওপজা কথা। এনে সঙ্কীৰ্ণ বিচাৰেৰে চায়ো বংশীগোপালৰপৰা বঢ়া কুৰুৱাবাহী, আউনীআটি, আৰু গড়মূৰক ( বংশীগোপালৰ শিষ্য বনমালীয়ে বেহাৰত থকা দামোদৰৰ সত্ৰৰপৰা আহি পতা গুণে ) 'দামোদৰীয়া" দক্ষিণপাটৰ-পৰা পৃথক ৰূপে ধৰা হয়। কিন্তু এইবোৰ কৃত্ৰিম ভেদ-ভাবক বংশী-গোপালৰ উদাৰ সেৱক, চৰিতকাৰ ৰমানন্দ দ্বিজে প্ৰশ্ৰয় দিয়া নাই। তেওঁ শঙ্কৰ, মাধৱ, দামোদৰ, গোপালৰ কোনো পাৰ্থক্য দেখা নাই। দেৱ দামোদৰ আৰু "শ্ৰীশঙ্কৰো ভেদ নাই দুইহন্তৰ॥" বংশীগোপালক দামোদৰে "এতেকে শঙ্কৰ মত প্ৰমাণি কহিলা।" মাধৱদেৱেও "অসম দেশৰ প্ৰজাৰ নিস্ফল জীৱন" সাৰ্থক কৰিবৰ হকে "শ্ৰীমন্তশঙ্কৰ মত শ্ৰীভাগৱত"

প্ৰচাৰ কৰিবলৈহে গোপালদেৱক পঠাইছিল।[১৪] বংশীগোপালেও অঙ্গিমত "শঙ্কৰ-মাধৱ দামোদৰ-প্ৰসাদৰ" কথাকেহে সুঁৱৰিছিল। পুৰুষোত্তম ঠাকুৰ, দামোদৰদেৱ আৰু গোপালদেৱৰ অময়া প্ৰীতিৰ কথা এই চৰিতখনিয়ে মনোৰমকৈ বৰ্ণাইছে। দামোদৰে কেইবাঠাইতো কৈছে, শঙ্কৰ-মাধৱেৰে তেওঁৰ ভেদ নাই। আই-গোসানী আৰু ঠাকুৰে গোপালৰ আৰু সন্ত-সম্প্ৰদায়ৰ মঙ্গল কামনা কৰিয়ে উষুৱা চাউল আৰু আমিষ খোৱাৰ শিক্ষা দিয়ে। গোপালেও দামোদৰৰ সত্ৰ-শাল আৰু ঠাকুৰৰ থানলৈ প্ৰীতি-সন্দেশ পঠাই আছিল আৰু উত্তৰাধিকাৰী নিয়োগ আদি গুৰু বিষয়ত দুয়ো ঠাইৰপৰা অনুমোদন আনিছিল। গোপালৰ সম্প্ৰদায় শঙ্কৰী "সন্ত-সম্প্ৰদা"ই।

অন্য দেৱ-নিৰপেক্ষ এক-শৰণ—শঙ্কৰী ধৰ্ম্মৰ মূল নাম "এক-শৰণ নাম-ধৰ্ম্ম"—সেই ধৰ্ম্মত অন্য দেৱৰ ভজনা পৰিহাৰ কৰি একমাত্ৰ পৰম-পুৰুষৰ মূৰ্ত্ত স্বৰূপ বাসুদেৱ কৃষ্ণত প্ৰেম-ভক্তি আৰোপ কৰি তেওঁৰ গুণ কীৰ্ত্তি গাব লাগে। এই ধৰ্ম্মৰ শিক্ষা গোপালে মাধৱৰপৰাই পাইছিল।

অন্য দেৱ পৰিহৰি যিবা জনে যেন কৰি
ভকতি লভিলা যেনমত ॥১৬৫

গোপালে দেৱগাঁৱৰ শিৱ-মন্দিৰৰ বিগ্ৰহক "হৰি হৰ একে আত্মা মানিয়া মনতে" প্ৰেমত আলিঙ্গন কৰিছিল। ভৈৰৱী (ভৰলী) নদীৰ ওচৰৰ হলেশ্বৰ শিৱৰ সমুখত বনমালীদেৱেও নিজৰ "একশৰণ" ৰক্ষা কৰি

১৪। 'পূৰ্ণ মাধৱে বোলয় —আনা গুৰু, তুমি সেই দেশক যোৱা। সেই দেশ জন্ম-ভূমি, এতেকে গীতা-ভাগৱত মত শঙ্কৰ-সম্প্ৰদা-ভক্তি লোকত প্ৰবৰ্ত্তৱা তেবে শঙ্কৰ-আজ্ঞা কৰ।" —সন্ত সম্প্ৰদা কথা, পত্ৰ ৭।

হৰি বুদ্ধি কৰি তাঙ্ক কৰিলন্ত সেৱ।
নমো নমো লক্ষ্মীপতি ভগৱন্ত দেৱ॥
—শ্ৰীশ্ৰীবনমালীদেৱ চৰিত্ৰ ৩০৪

বংশীগোপালৰ মৃত্যুৰ পিছত ভাগৱত মিশ্ৰয়ো ভক্তসকলক ইয়াকে উপদেশ দিছিল—

অন্য দেৱাদিক এৰি শ্ৰৱণ-কীৰ্ত্তন কৰি
মহাসুখে সকলে লভিবা ॥১০৯৯

গীতাৰ "মামেকং শৰণং ব্ৰজ"ই শঙ্কৰ, মাধৱ, দামোদৰ, ভট্টদেৱ, বংশী-গোপালৰ আদৰ্শ। মাধৱে গোপালক অসম-ৰাজ্যলৈ পঠাওঁতে তেওঁ আপত্তি কৰিছিল—"সিদেশে ধৰ্ম্মত ৰতি নাই, অন্ন যোনি বিচাৰ নাই, অন্যদেৱ ভজন, জাতি অজাতি ভেদ নাই।" সেই অসম দেশতে একশৰণ ধৰ্ম্ম প্ৰচাৰ কৰাৰ ভাৰ তেওঁ গ্ৰহণ কৰিলে জীৱৰ পৰিত্ৰাণৰ হকে।

**পুথি-পূজা**—অসমৰ বৈষ্ণৱসকলে থাপনাত পুথি থৈ প্ৰায় বিগ্ৰহ হেন জ্ঞান কৰি সেৱা কৰে। বৰ্ত্তমান চৰিতত দামোদৰে শালগ্ৰামৰ পৰিবৰ্ত্তে পুথি-পূজা কৰা কথা আছে। কোচবিহাৰত থাকোঁতে এদিনাখন দামোদৰৰপৰা পূজাৰ শালগ্ৰামটি এজনে খুজি নিলে।

পাছে দেৱ দামোদৰে মণিকূট অভ্যন্তৰে
পুস্তকতে পূজা কৰিলেক ॥১২৩৮

**সত্ৰ-সংগঠন, প্ৰসঙ্গ**—চৈধ্য প্ৰসঙ্গ, সত্ৰীয়া বিষয় আৰু বিষয়াৰ শ্ৰেণী-বিভাগ শঙ্কৰদেৱৰ দিনতে হোৱা নাছিল। সত্ৰাধিকাৰ বাবৰ ধাৰণাটোও তেওঁৰ দিনত ওপজা নাছিল। শঙ্কৰো সত্ৰাধিকাৰ নহয়, মাধৱো নহয়। কীৰ্ত্তন-ঘৰ, ভকতৰ বহা, হাটী আদি প্ৰথমবেপৰা আছিল, কিন্তু মাধৱদেৱৰ হাতত সিবোৰ প্ৰণালীবদ্ধ হৈ পৰে। দামোদৰদেৱেও একে সময়ত প্ৰসঙ্গ আৰু বিষয়াৰ নিয়ম কৰে। গোপালদেৱে কুকুৰাবাহীত সত্ৰ

পাতিবৰ সময়ত উত্তৰ-দক্ষিণা কৰি সাত-খুটনীয়া কীৰ্ত্তন-ঘৰ সজাই পূবে আৰু পছিমে দুখন দুৱাৰ দিয়াইছিল, তাৰ চাৰিকাষে ভকতৰ বহা-হাটী আছিল। সত্ৰ-নিৰ্ম্মাণত এই নিয়মেই চলে। চাৰিকাষে চাৰিহাটীৰ মাজত নামঘৰ আৰু মণিকূট। আউনীআটি সত্ৰৰ নামঘৰৰ উত্তৰে সত্ৰাধিকাৰ থকাৰ নিয়ম। সেই সত্ৰত এতিয়াও চৈধ্য প্ৰসঙ্গ চলি আছে। বিশেষ বিশেষ লোকৰ ওপৰত প্ৰসঙ্গৰ কোনো কোনো বিষয়ৰ দায়িত্ব থাকে। গোপালদেৱৰ কলাবাৰীত থাকোঁতে

ৰত্নাকৰ কন্দলিয়ে পঢে ভাগৱত।
ভৱা'-পুত্ৰ অনিৰুদ্ধ পদৰ পাঠক ॥
হিঙ্গুলীয়া যদুমণি গীত লগাৱয়।
জগন্নাথ সমে অষ্ট বৈষ্ণৱে ধৰয় ॥৮৩১
মুৰাৰি বোলয় পদ পালি ছয়জন।
তিনি বেলা তিনি ওঝা নামৰ কীৰ্ত্তন॥

সত্ৰৰ বিভিন্ন শ্ৰেণীৰ বিষয়ৰ ভিত্তৰত কেইপ্ৰকাৰমানৰ নাম এই চৰিতত পোৱা যায়। গোপালদেৱ প্ৰসঙ্গৰ নিয়ম কৰি পাঁচজন "শ্ৰৱণি" পাতে, এওঁলোকৰ কাম পদ-ভাগৱত শ্ৰৱণ কৰা (পদ ৮০৯-১৩)। "ভঁৰালী" সকলক বংশীদেৱে চাউল, লোণ, তেল, খাৰ আদি বেহানি ৰখাৰ নিয়ম-শিক্ষা দিছিল (৮৭৫-৮৩)। মদনগোপাল মূৰ্ত্তি আৰু গোবিন্দ ঠাকুৰৰ পূজাৰ ভাৰ "বৰদেউৰী"ৰ হাতত—

বৃহত দেৱৰী নাম শ্ৰীহৰি গোসাঞি।
তেহে পূজা কৰে নিতে সন্তাৰ মিলাই ॥৫৩৫

"পাঠকে" পদ-পাঠ কৰে, নিৰঞ্জনদেৱ পোনতে এনে পাঠক আছিল।

কুকুৰাবাহী, আউনীআটি, দক্ষিণপাট, গড়মূৰ—এই চাৰি সত্ৰৰ প্ৰত্যেকৰ বিষয়-ৰবীয়া আজি কালি এশ তেৰশবো ওপৰ হ'ব। যেওঁ-

লোকক বৰমনীয়া, মাজুমনীয়া, সৰুমনীয়া—এই তিনি মানত শ্ৰেণীবদ্ধ কৰা হয়। বৰমনীয়াসকলক "সাত বৰমানভগীয়া" বোলে। বিষয়-ৰবীয়া-সকলৰ নামৰপৰাই যেওঁলোকৰ বাব বুজিব পৰা হয়—বৰভাগৱতী (আউনীআটিৰ বাগীশ), দুৱলীয়া-ভাগৱতী, বৰপাঠক, দুৱলীয়া পাঠক, পাঠক, বৰশ্ৰৱণি, শ্ৰৱণি, বৰনামলগোৱা, দুৱলীয়া নামলগোৱা, বৈৰাগী নামলগোৱা, সৰুনামলগোৱা, গায়ন, পালিগায়ন, বায়ন, পালিবায়ন, ওজা, পালি, আশীৰ্ব্বদীয়া, নামঘৰীয়া, চ'ৰামচীয়া, বৰদেউৰী (দক্ষিণপাটৰ বৰপূজাৰি), দুৱলীয়া পূজাৰি, পূজাৰি, দেউৰী, সহস্ৰনামগোৱা, অঙ্গমলীয়া বা মলীয়াবৰা, চাউলভঁৰালী, ধানভঁৰালী, মিঠৈভঁৰালী ধনভঁৰালী, (দক্ষিণপাটৰ বৰভাণ্ডাৰী), লোণভঁৰালী, বৰ আলধৰা (দক্ষিণপাটত সাধাৰণ বিষয়া, বাকী তিনি সত্ৰত গোসাঁইঘৰীয়া বিষয়া), বৰগুৱাকটা, পানীতোলা, নিশাকুৱা, ৰাজমেধি, পাঁচনি, হাটীমতা, ইত্যাদি, ইত্যাদি। ৰজাৰ ঘৰৰ লগত সম্বন্ধ ৰাখিবৰ বাবে বৰখাটনিয়াৰ, সৰুখাটনিয়াৰ আছিল। সত্ৰৰ বাহিৰৰ চহৰত ফুৰি বা থাকি সত্ৰৰ শিষ্যসকলৰ লগত সম্পৰ্ক ৰখা আৰু কৰ-কাটল তোলা আদি কামত ৰাজমেধি, বৰমেধি, কুকুৰামেধি, মেধি, ৰাজপাঁচনি, পাঁচনি আদি বিষয়-ৰবীয়া থাকে।

**ত্যাগৰ আদৰ্শ**—গোপালদেৱ ভক্ত আৰু ভগৱন্তৰ হকে ত্যাগৰ এক জলন্ত আদৰ্শ। তেওঁৰ মহিমা-বিভূতি লোক সমাজত জনাজাত হ'লত যেতিয়া জুমে-জুমে লোক আহিল শৰণ ল'বলৈ, তেতিয়া সম্পত্তিৰ বৃদ্ধি দেখি তাক তেওঁ বিপত্তি বুলিহে মানিছিল। সোণ ৰূপ, তাম-কাঁহ, তামোল-চাউল, কল কুঁহিয়াৰ আদি যত বস্তু আহিছিল, সকলোখিনি ভকতক দি এসন্ধ্যা মাখোন আৱৈ চাউলৰ ভাত ঘিউ দি ভোজন কৰিছিল, ভকতৰ সমাজত কঠত বহে, নিশাও টোপনি আহিলে নাম ল'ব নোৱাৰিব বুলি দীঘে-পথালিয়ে দুহাত আঁঠুৱা তৰি হাতত মালা ধৰি মাটিত বা

চকুৰাত বহি আছিল। ( ১৭৮০ পিঠি। ) এই কঠোৰ নীতি-নিয়ম দেখি মানুহে ভক্তি নধৰিব বুলিয়ে পুৰুষোত্তম ঠাকুৰ আৰু শঙ্কৰ পত্নী আই-গোসানীয়ে তেওঁক আমিষ গ্ৰহণ কৰিবলৈ শিকায়। ঠাকুৰৰ কথামতে ভকতসকলে বৃদ্ধ গোপালদেৱক তুলা দি তুলিচা এখনি কৰি শুবলৈ দিছিল, তাকো তেওঁ মহাদুখেৰেহে গ্ৰহণ কৰিছিল। সেইহে গোবিন্দ দাসে লিখিছে, "হেন দেৱ গোপাল সম সাধু পূৰ্ব্বেও নাছিল, পাচক লাগিও নহৈব।"

বৌধবাদ—শ্ৰীমন্ত শঙ্কৰৰ পূৰ্ব্বৰ আমাৰ দেশৰ অৱস্থা বৰ্ণাওঁতে "সন্ত সম্প্ৰদা-কথা"ত গোবিন্দ দাসে কৈছে—"ই দেশত পূৰ্ব্বে লোকসবে কাক হৰি বোলে, হৰিকথাও নজানিলে। অন্তদেৱ দেৱীকে ভজিল। কতোসবে বৌধমতে প্ৰবৰ্ত্তিল।" শঙ্কৰ গুৰুৰ চৰিত আৰু তেওঁৰ ৰচনাত এই বৌধমতৰ কথা পাওঁ। তেওঁ ধুৱাহাট বেলগুৰিত থাকোঁতে দুটা বৌধমতীয়া টাটকীয়াই (বাজীকৰ) ভক্তসকলক আহ্বান কৰিছিল। কীৰ্ত্তনত গুৰুজনে এই বৌধসকলৰ প্ৰতিয়ে কটাক্ষপাত কৰিছে:—কহিছে "সবাকে মাৰিব বৌধগণ যত আছে।" মাধবদেৱৰ নামঘোষাতো এওঁলোকৰ কদাচাৰৰ ওপৰত দূৰনিৰপৰা দৃষ্টি নিক্ষেপ কৰা হৈছে। এই বৌধসকল হ'ল পিছৰ যুগৰ বৌদ্ধ পন্থৰপৰা বিগলিত হৈ ওলোৱা বামাচাৰ-সম্পন্ন বৌদ্ধ তান্ত্ৰিক। এওঁলোকেহে "বামানয় শাস্ত্ৰে মুহি আছা সৰ্ব্বজন", বুদ্ধদেৱে নহয়। ৰাম সৰস্বতীৰ "ব্যাসাশ্ৰম" কাব্যত বৌধ মতাবলম্বী কলিৰ ব্ৰাহ্মণৰ "বামানয় বিধি শাস্ত্ৰ" লৈ তৰ্কবাদ কৰা, 'বৈষ্ণৱ বেশ' ধৰা, 'গ্ৰাম্য গীত গোপ্য জ্ঞান বুলি' কোৱা, 'তাম্ৰ কাংস্য দাৰুময় কতো মৃত্তিকাৰ' পুতলা লৈ টাটকীয়াৰ দৰে 'টাটক কৰা' কথা স্পষ্টকৈ উল্লেখ কৰিছে। এঠাইত কাটিলে সাত ঠাইত গজা বহুৰূপী বৌধসকলৰ আন ৰূপ পিছৰ যুগৰ ৰাতিখোৱা সম্প্ৰদায় আদি। "সন্ত-সম্প্ৰদায়-কথা"ত ( ৮, ১০ পাত ),

বৰ্ত্তমান চৰিত্ৰতো ( পদ ৩০৫ ) বৌধক "বাৎগুৰুবা" বোলা হৈছে, বাতিখোৱা সম্প্ৰদায়ৰ সেৱাত আজিও "বাৰ বৈষ্ণৱৰ" আসন পতা হয়।

বংশীগোপালে সম্পূৰ্ণৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ আগলৈকে বৌধইঁতৰ উপদ্ৰৱ সহ্য কৰিব লগীয়া হৈছিল। বিয়াৰ ভাব এৰি তেওঁ পোনতে বৈষ্ণৱ-ভাব অৱলম্বন কৰোঁতেই তেওঁলোকে আহুকাল দিবলৈ ধৰে।

ই দেশত কতো কতো ভকত আছয়।
ব্যভিচাৰ মতে দেখো সবে প্ৰবৰ্ত্তয় ॥১১৩
অন্ন-যোনি বিচাৰ-আচাৰ কিছো নাই।
প্ৰবৃত্তিক চাহিলে পাষণ্ড সমুদায় ॥

ই বৌধ ভকতবে কথা। মাধৱদেৱৰ আদেশত গোপালদেৱ অসম ৰাজ্যলৈ গৈও বৌধৰ অত্যাচাৰত পুনৰ কামৰূপলৈ ঘূৰিছিল। তেওঁ কাঁহীকুচিত সত্ৰ পাতি লোকৰ শৰণ ভজন দিয়া দেখি তাত ব্যাঘাত ওপজাবলৈ যত্ন কৰিছিল, তেওঁক বিহ খুৱাই মাৰিবলৈও চাইছিল। এজন বৌধৰ নাম চৰিতত দিয়া হৈছে — বাসুদেৱ বৌধ। শেহান্তৰত বৌধৰ মাজৰ অনেকেই ভক্তি পথ ল'লে আৰু "বৌধ পাষণ্ড কুপথ' নষ্ট হ'বলৈ ধৰিলে। বৌধৰ লক্ষণ ঠায়ে ঠায়ে বৰ্ণোৱা হৈছে—

মহামূৰ্খ অধম কহয় স্বেচ্ছামত।
নামানে তুলসী শালগ্ৰাম ভাগৱত ॥ ১০৯
শ্ৰাদ্ধ বিধি একাদশী কিছু নমানয়।
হৰিৰ নিৰ্ম্মাল্য পদ জল প্ৰসাদক।
হৰি-পূজা মূৰ্ত্তি দণ্ডৱতক গীতাক ॥ ১১২
ইসব প্ৰমুখ্যে আনো হৰিৰ সেৱাক।
নিন্দা কৰি ফুৰে যিটো সেহি বৌধজাক ॥
ধৰ্ম্ম-ধাৰ্ম্মিক-নিন্দা বাপ্পে চাউল-কানি ॥ ১১৩

মহামূৰ্খ অজ্ঞানী লোকৰ মাঝে যাই।
সন্তকাৰ লই ফুৰে মহন্ত বোলাই ॥

"ব্যাসাশ্ৰম"ৰ এঠাইত আছে, বৌধই "ম্লেছসকলৰ" মাজত বিশেষ প্ৰতিপত্তি লাভ কৰিছিল। ই জনজাতীয় লোকৰ মাজত বৌধসকলৰ বিশেষ প্ৰচাৰৰ ইঙ্গিত হ'ব পাৰে। ৰাতিখোৱা আদি ৰূপত বৌধসকলে শঙ্কৰী ধৰ্মক আক্ৰমণ কৰিছিল, তাৰ সঙ্কেত এঠাইত আছে—

আৰু বুলিলন্ত পুনু শুনিয়ো শঙ্কৰ।
তযু মত বোলাই বৌধ হুইবেক বিস্তৰ ॥ ২৩৩

মিছিমি ব্ৰাহ্মণ—সন্ত-সম্প্ৰদায়-প্ৰাপ্তিৰ আগতে বংশীগোপালে বিষয়ৰ ভোগ পৰিহাৰ কৰি কায়-কষ্ট ব্ৰত ধৰি গাঁত খানি তাত সোমাই হৰিনাম লৈছিল। চৰিতত আছে,

নিতে নিতে তাতে গৈয়া মিছিমি ব্ৰাহ্মণে।
তণ্ডুলাদি দ্ৰব্য দিয়া পুৰিলা যতনে ॥ ১১০

"মিছিমি ব্ৰাহ্মণ"ৰ এই উল্লেখ চকুত লগা। কোনোৱে কয়, ইয়াৰ শুদ্ধ পাঠান্তৰ হ'ল "নিচিনা ব্ৰাহ্মণ"। কিন্তু সেই যুগৰ পুৰণি অসমীয়া পদ-ভাষাত 'নিচিনা'ৰ নিচিনা আধুনিক শব্দ-গঢ় দেখা নাযায়, বৰ্ত্তমান পুথিৰ বিশ্বাসযোগ্য পাঠ দলিয়াই পেলাবৰ কাৰণো নাই, তদুপৰি ১৮২১ শকত আউনীআটিৰ জ্ঞান-মহিমামন্ত অধিকাৰ ৺শ্ৰীদত্তদেৱ গোস্বামী প্ৰভুৰ উদ্যোগত প্ৰকাশিত কথাত লিখা চৰিতত "মিছিমি ব্ৰাহ্মণবিলাক" বুলিহে উল্লেখ আছে। আমাৰ দেশৰ উত্তৰ-পূব সীমান্তৰ জনজাতীয় অঞ্চলত অতীত কালৰপৰা আৰ্য্য হিন্দু সভ্যতাৰ বিস্তাৰ হৈছিল বুলি অনুমান কৰিবৰো থল আছে। [১৫] তদুপৰি পাৰ্ব্বত্য জাতিৰ মাজৰ "ব্ৰাহ্মণৰ" বিষয়ত মণিপুৰী সকলৈকে আঙুলিয়াব পাৰি। চৰিতৰ "মিছিমি ব্ৰাহ্মণ"

১৫। Dr B Kakati, The Mother Goddess Kamakhya, pp. 53 f.

কথাটোৱে মিছিমি জনজাতিৰ মুজি ডাগ্ৰাহ্ আদি দেওৰ পূজাৰ পুৰোহিত ৰূপে কাৰ্য্য কৰা অতি বিৰল লোক-শ্ৰেণীকে বুজাইছে, সম্ভৱ। [১৬]

সাৱৰ্ণি—এইখনি আমাৰ দেশৰ এগৰাকী আদৰ্শস্থানীয় ত্যাগী পুৰুষৰ জীৱন চৰিত। শঙ্কৰী ধৰ্ম্মৰ প্ৰকৃত স্বৰূপ আৰু তাৰ বিকাশ, আৰু সেই যুগৰ ৰাজনৈতিক-সামাজিক ইতিহাসৰ অনেক তথ্য এই পুথিত সৰলভাৱে সন্নিবিষ্ট কৰা আছে। ৰমানন্দ দ্বিজৰ কবিসুলভ অনুভূতিৰ মাজেদি সেই সকলো কথা নিমজ পদত প্ৰকাশিত হৈছে। এনে এখনি মূল্যবান পুথি ভকত-বৈষ্ণৱ আৰু সংস্কৃতিৰ সেৱকসকলৈ আগ বঢ়াবলৈ পাই ধন্য মানিছো আৰু আমাৰ সম্পাদনাৰ বঢ়া-টুটা আদি দোষৰ বাবে ক্ষমা মাগিছো।

গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী, অসম
৪ আঘোণ, ১৮৭২ শক

শ্ৰীমহেশ্বৰ নেওগ

১৬ Edward Tuite Dalton, Descriptive Ethnology of Bengal, p. 16

# শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ

শ্ৰীকৃষ্ণায় নমঃ ॥ শ্ৰীগোপালায় নমঃ ॥

## নান্দী

জয় জয় কৃষ্ণ ইষ্ট দেৱ নাৰায়ণ।
প্ৰভু ভগৱন্ত পূৰ্ণ ব্ৰহ্ম সনাতন ॥
মৎস্য কূৰ্ম্ম আদি যাৰ অংশ অৱতাৰ।
ব্ৰহ্মা মহেশাদি বহু বিভূতি যাহাৰ ॥ ১
হেন কৃষ্ণ-পদে কোটি কোটি নমস্কাৰ।
কৰে তুৱা পদে ভক্তি ৰহোক আমাৰ ॥
নমো ব্ৰহ্মা ভৱ ব্যাস শুক নাৰদক।
নমো সাংখ্যায়ন চাৰি সিদ্ধ বিদুৰক ॥ ২
নমো পৰাশৰ পৰীক্ষিত অনন্তক।
মৈত্ৰেয় যে নৱ সিদ্ধ প্ৰহ্লাদ যনক ॥
কপিল শৌনক বলি মনুক সুতক।
প্ৰণামো কৃষ্ণৰ প্ৰিয় ভক্ত পাণ্ডৱক ॥ ৩
নমো পৃথু ধ্ৰুৱ দশ-প্ৰচেতাসৱক।
নমো বৃত্ৰ প্ৰিয়ব্ৰত জড ভৰতক ॥
নমো নল নীল হনুমন্ত সুগ্ৰীৱক।
জাম্বৱন্ত বিভীষণ নমো লক্ষ্মণক ॥ ৪

নমো বসুদেৱ নন্দ যশোদা দেৱকী।
দাৰুক অক্ৰুৰ যদু উদ্ধৱ সাত্যকি॥
নমো ব্ৰজ-বাসী গোপ-গোপীগণ যত।
নমো যদু-বংশী আনো কৃষ্ণত ভকত॥ ৫
ৰুক্মিণী প্ৰমুখ্যে কৃষ্ণ-পত্নীগণ যত।
কুন্তী দ্ৰৌপদী আদি কৃষ্ণত ভকত॥
মুচুকুন্দ উগ্ৰসেন জনক ভীষ্মক।
আনো চন্দ্ৰ-সূৰ্য্য-বংশী ৰাজা ভকতক॥ ৬
শ্ৰুতদেৱ আদি হৰি-ভকত ব্ৰাহ্মণ।
হৰি-ভক্ত বিপ্ৰ-পত্নী নাগ-পত্নীগণ॥
শ্ৰাদ্ধদেৱ হৰি-ভক্ত আদি মনুগণ।
আনো যত প্ৰাচীন ভকত বহুজন॥ ৭
চৈতন্য কবীৰা নাম ৰূপ সনাতন॥
অঙ্কাবঙ্কা জয়দেৱ আদি সাধুগণ॥
শ্ৰীমন্ত শঙ্কৰ মহাপুৰুষ সুন্দৰ।
মাধৱ পুৰুষোত্তম ৰাম দামোদৰ॥ ৮
পৰম আনন্দ যদুমণি নিৰঞ্জন।
শ্ৰীকৃষ্ণ আদি যত যত মহাজন॥
বলদেৱ গোপাল কৃপাল গুণশালী।
মিশ্ৰদেৱ জয়হৰিদেৱ বনমালী॥ ৯
কৃষ্ণৰ চৰণ-পদ্মে কৰিয়া আশ্ৰয়।
শুক নাৰদাদি কৰি যত সাধুচয়॥

একেবাৰে সমস্তকে স্মৰি প্ৰণামিয়া।
বৈষ্ণৱসৱৰ আজ্ঞা মনে আদৰিয়া॥ ১০
দীন হীন ৰমানন্দ দ্বিজ মন্দ-মতি।
বৈষ্ণৱসৱত প্ৰীতি সাধিবাক প্ৰতি॥
বিষ্ণু বৈষ্ণৱৰ কথা পদ-নিৱন্ধত।
কৰিবোহো যিবা সিদ্ধি হৌক আৰম্ভত॥ ১১
পুনু পুনু কৃষ্ণ বংশীগোপালদেৱৰ।
চৰণে শৰণে পশি কৰোহো কাতৰ॥
হে কৃষ্ণ বংশীধৰ তযু গুণগণ॥
কিছো শুনিছোহো তাকে কৰিবো কীৰ্ত্তন॥ ১২
তাক তুমি ভক্ত সমে কৰিয়ো স্বীকাৰ।
হৌক পদ তযু পদ প্ৰসাদে প্ৰচাৰ॥
শুনা সভাসদ পদ গোপাল-চৰিত্ৰ।
এহিসে পৰম ধৰ্ম্ম দুৰ্ঘোৰ কলিত॥ ১৩
বিষ্ণু-বৈষ্ণৱৰ নাহি কিঞ্চিতো অন্তৰ।
দুয়ো কথা কৰে মহা শুদ্ধি জগতৰ॥
এতেকে মহন্তে কহে শাস্ত্ৰৰ সাৰক।
হৰি ভক্তি হৰি-নাম হৰি-ভকতক॥ ১৪
তিনিত বিনাই আন নাই নাই নাই।
সকলে শাস্ত্ৰৰ সাৰ এহি অভিপ্ৰায়॥
শুক পৰীক্ষিতৰ সম্বাদ ভাগৱত।
ইহাক কহয় দেখি বাতুয় কন্ধত॥

সন্ত কৃপা বিনে নাহি হৰিত ভকতি।
পুণ্যে সুপজয বিষযত বিৰকতি ॥ ১৫
এতেক কৃষ্ণৰ কথা সমে মিশলাই।
সন্তৰ চৰিত্ৰ গায়ে শুনি ঠাই ঠাই ॥
পুৰুষে কৰয যত্ন যত পুৰুষাৰ্থ।
সন্ত-সাধু কথা শুনিলেসে পৰমাৰ্থ ॥ ১৬
শ্ৰীমন্ত গোপালদেৱ মহন্ত প্ৰধান।
যিবা শুনি আছো কিছো চৰিত্ৰ তাহান ॥
যিবা বংশে জন্মি যথা কৃষ্ণ কৃপানয।
ক্ৰীড়িলা আনন্দে ভক্তি কৰি ঠাই ঠাই ॥ ১৭
মদন-গোপাল আৰু গোবিন্দ-ঠাকুৰ।
যেমনে লভিল্লা ভৈল আনন্দ প্ৰচুৰ।
যেন মতে হৰি-ভক্তি পথ প্ৰৱৰ্ত্তাই।
আছিলন্ত সত্ৰ কৰি যিটো যিটো ঠাই ॥ ১৮
মহাপুৰুষৰ ধৰ্ম্ম থাপিযা লোকত।
দেহ এড়ি ৰহিলন্ত বৈকুণ্ঠ পুৰত ॥
সংক্ষেপ প্ৰকাৰে কিছো কহিবো সকল।
জয জয় কৃষ্ণ বুলি শুনা কৌতুহলে ॥ ১৯

## বিপ্ৰ হৰিবৰ, পুত্ৰ বলভদ্ৰ বা ধৰ্ম্মাই গুৰু

কুণ্ডিল গোষ্ঠীত জাত পুৰুষ সুন্দৰ।
ব্যাঘ্ৰপিণ্ডা গ্ৰামেশ্বৰ মুখ্য পণ্ডিতৰ ॥

যৰ গৃহ-দ্বাৰে জলে গজ-বাজীচয় ।
বিপ্ৰ হৰিবৰ খ্যাতি যাহাক কহয় ॥ ২০
ভাৰত পুৰাণ পদ কৰিছা বিস্তৰ ।
আৰ এক কথা পণ্ডিতালি প্ৰমাণৰ ॥
এক মহাগৃহী বহু লোকক মাতিয়া ।
আনি আছে বহু অন্ন ৰন্ধন কৰিয়া ॥ ২১
অকস্মাতে এক কুতা এক গ্ৰাস নিল ।
দেখি সমস্তৰে মনে অসুখ মিলিল ॥
বিপ্ৰ হৰিবৰে বোলে এড়া অসন্তোষ ।
কৰো শুদ্ধ অন্ন ভুঞ্জিবোক নাহি দোষ ॥ ২২
পুৰুষৰ বলে অন্ন পাচি এক ধৰি ।
দূৰে পেলাই অন্ন দৌল বুলে শান্তি কৰি ॥
খুৱাইলা সৱাকো শুনি ৰাজা মাতি নিল ।
পুছিলা কিসক লোকে ছুৱাক ভুঞ্জিল ॥ ২৩
সকলে পণ্ডিতে বোলে আৰ শুদ্ধি নাই ।
বিপ্ৰ হৰিবৰে কেনে কৰয় অন্যায় ॥
শুনি শাস্ত্ৰ মেলি পাছে দিলন্ত সিদ্ধান্ত ।
শুনি ৰাজা প্ৰজা পণ্ডিতৰ ভৈলা শান্ত ॥ ২৪
দৌল সম অন্ন খাইলে শুদ্ধি আছে তাৰ ।
দৌল বুলি অন্ন যদি পুৰুষতো চাৰ ॥
ভৈলন্ত তাহানে পুত্ৰ পণ্ডিত তৃতয় ।
কৰ্ম্মাই ধৰ্ম্মাই পৰমাই যাক কয় ॥ ২৫

তিনিও সম্পত্তি সুখে আনন্দে আছিল।
পিতৃৰ সম্পত্তি পাছে তিনিতো টুটিল ॥
ধৰমাই গুৰুবেসে বলভদ্ৰ বুলি।
তাক ৰাজ্য সমে ম্লেছে চাটিল সমূলি। ২৬
বৰদৱা টেমনিৰ প্ৰজাক আনিয়া।
থানে থানে অসমে পাতিলা বিভাগিয়া ॥
বলভদ্ৰ ৰৈল মালীপুৰ প্ৰদেশত।
অসংখ্যাত গৰু বস্তু পৰিল লুডত ॥ ২৭
দাসী দাস বহু পৰিজন মৰি গৈল।
শ্ৰীশঙ্কৰে তথা ধুঁৱাৰোলে ৰৈল ॥
অসম মৰাণ দুঃখ বিস্তৰ লভিলা।
তথাপি বিশেষে হৰি-ভকতি ধৰিলা ॥ ২৮

## বংশীগোপালৰ জন্ম, বাল্যকাল আৰু শিক্ষা

ভৈল নষ্ট বলভদ্ৰ গুৰুৰ সম্পত্তি।
আসিল সঙ্গত যিটো পত্নী গুভাৱতী ॥
সেহি ভাৰ্যা ভাগ্যৱতী যমুনা দেৱীত।
ফাল্গুনত গুৰুবাৰে পূৰ্ণিমা তিথিত ॥ ২৯
শুভক্ষণে দিৱসত ভৈলেক বালক।
সম্ভাৰ মিলিয়া বিপ্ৰে কৰাইল জাতক ॥
দৈৱজ্ঞ পণ্ডিতসৱে গণি কহিলেক।
ইহান খ্যাতিয়ে সৱে বংশ উবিবেক ॥ ৩০

ভৈল আৰে তোমাৰ বংশৰ শ্ৰীৰ সীমা।
এহি বালকতে মাত্ৰ বাঢ়িব মহিমা॥
প্ৰসিদ্ধ গোপাল নাম থাকিব ইহানে।
এহি বুলি বিপ্ৰগণ গৈলা থানে থানে॥ ৩১
মালীপুৰ দেশে ব্ৰহ্মপুত্ৰৰ তীৰত।
মৰিলন্ত বলভদ্ৰ ভাদ্ৰৰ মাসত॥
যমুনা সতীও কতো দিনে মৰিলন্ত।
নিজ ভগিনীয়ে গোপালক পালিলন্ত॥ ৩২
থাকিয়া গোপাল নিজ ভগিনী-সঙ্গত।
বাঢ়িল কুশলে মালীপুৰ প্ৰদেশত॥
পুৱা বেলা শিশু সঙ্গে কৰা ক্ৰীড়া কৰি।
পৰবেলা গৰুক চাড়ন্ত লড়ু ধৰি॥ ৩৩
এক দিনা বৰ থৈকৰতে সৰ্ব্ব ডালে।
লাগিছে বিস্তৰ পুষ্প দেখিলা গোপালে॥
তাত পাছে দেখিলন্ত কুমৈ লতা ফুল।
ছুয়ো কথা দেখি হাঁসি নভৈল আকুল॥ ৩৪
আশ্চৰ্য্যক পাছে ভগিনীতে কহিলন্ত।
মহাভয হুয়া সতী গুণিলা মনত॥
আন জাতি ভৈলে ৰাজ-সম্পত্তি মিলয়।
ব্ৰাহ্মণে লভিলে কিবা বিঘিনি মিলয॥ ৩৫
এহি বুলি পুষ্কৰ্ণী-জলক তুলি আনি।
গোপালক বুলিলন্ত হেন স্তুতি-বাণী॥

ৰক্ষা-মন্ত্ৰ বান্ধিলন্ত ঔষধক ঘৰি ·
গোপালৰ সকলে আপদ যাওক নশি । ৩৬
নাহিকয় বুদ্ধি স্থিৰ স্বতসে অজ্ঞান ।
নজানিলে গোপালৰ মহিমা যিমান ।
আৰো এক দিনা দেখি মাৰ্জ্জাৰীৰ শৃঙ্গ ।
কি ভৈল কি ভৈল বুলি হাঁসি দিলে ৰিঙ্গ ॥ ৩৭
তাক শুনি ভগিনীয়ে বিস্ময় মনত ।
কাতো নকহিবা বুলি দিলন্ত শপত ॥
এহিমতে আনো অদভুত সুমঙ্গল ।
দেখি দেখি কাতো নকহিলা মহাবল । ৩৮
এক ব্ৰাহ্মণৰ মুখে পঢ়িণ সাৰ্দ্ধৰি ।
গীতা পাঠ কৰি লৈলা মুখাবৰ্ত্ত কৰি ॥
মহা শুভান্বিত আতি সুবুদ্ধি সুগিৰ ।
বালকতে গুণৱন্ত ৰূপৱন্ত ধীৰ ॥ ৩৯
যথা তথা যাক দেখি দেখি সৱে নৰে ।
বিস্ময়তে ৰূপ মনে মনে নপাসৰে ॥

## বেহাৰ ছলেৰে শঙ্কৰ গুৰুৰে সাক্ষাৎকাৰ

ভগিনী ভগিনীপতি দুয়ো আলচিয় ।
কেনমতে গোপালৰ বিবাহ হোৱয় ॥ ৪০
শ্ৰীমন্তৰ বংশ হয় নপাইলন্ত ধন ।
সকলে মৰিল বাপ মাৱ পৰিজন ॥

হা হা কিনো বিধিৰ বিপাক আসি ভৈল।
বিপ্ৰ হৰিবৰৰ সম্পত্তি কৈক গৈল। ৪১
যাৰ নাতি গোপাল ভৈলেক একেশ্বৰ।
আমিসে পালিয়া ভাগ্য লভিলো বিস্তৰ ॥
এবে আমাসাত আৰো ধন নাহিকয়।
ধনক নপাইলে কেহো কন্যা নেদিবয় ॥ ৪২
এহিমতে দুয়ো প্ৰাণী আলোচন কৰি।
যুক্তি কৰি গোপালক বুলিলা সাদৰি ॥
কিছো ধন দিয়ো আমি হাতত লৈয়োক।
সদাগৰ লগে ফুৰি ধন বেহায়োক ॥ ৪৩
গোপালে বোলন্ত ভাল লগ লগাই দিয়া।
যেমনে আমাক ঘটাই নাসয় এড়িয়া ॥
এহি বুলি সদাগৰ সহিতে ফুৰিল।
এক দিনা বৰদবা গ্ৰামত পশিল ॥ ৪৪
সেহি বেলা শ্ৰীশঙ্কৰক দেখিলন্ত।
হৰি-কথা তুলিয়া আসনে বসিছন্ত।
পাছে গোপালক দেখি শঙ্কৰে পুছিলা।
কোন থানে থাকা তুমি কি কামে আসিলা ॥ ৪৫
কোন কোন তোমাৰ আছয় তাক কহা।
নাম বা তোমাৰ কিবা ঐতে আজি ৰহা ॥
শুনি শঙ্কৰৰ হেন মধুৰ বচন।
অমৃত পিলেক হেন গোপালৰ মন ॥ ৪৬

প্ৰেমে হাঁসি প্ৰশংসা কৰিলা বাৰম্বাৰ।
কিনো ভাগ্য কিনো ভাগ্য মিলিল আমাৰ॥
আজি জানো আমাত প্ৰসন্ন নাৰায়ণ।
এতেকেসে ভৈল আজি তযু দৰিশন॥ ৪৭
শুনিয়োক আৰে মঞি কহিবো কথাক।
বিপ্ৰ হৰিবৰ-নাতি বোলয় আমাক।
বাপ-মাৱ নাহি কোনো থাকো পৰ ঘৰে।
গোপাল বুলিয়া মোক মাতে সৱে নৰে॥ ৪৮
মালীপুৰ দেশে থাকি বহিনী-ভৱনে।
কিহা কৰিবাক যুবো ধনৰ কাৰণে॥
যুদ্ধক কৰন্তে যেন বাণিজ মিলয়।
তযু দৰশনে জানো মোৰো সেহি নয়॥ ৪৯
শঙ্কৰ বদন্তি আৱে শুনিয়ো গোপাল।
আমাৰ সঙ্গত তুমি থাকা কতো কাল॥
কিনো নিসিজিবে তযু আমাৰ সঙ্গত।
মোৰ মন বাঞ্ছা তুমি পূৰিযো সাম্প্ৰত॥ ৫০
তোমাক দেখিয়া মোৰ আনন্দ মনত।
থাকিবা কি নাথাকিবা কহা অভিমত॥
গোপালে বোলন্ত আমাৰেসে মহা ভাগ।
থাকিবাক প্ৰভি যদি পাঞো তযু লাগ॥ ৫১
হৰি-সেৱা কৰি আমি থাকিবো ইঠাই।
সঙ্গীসৱ বহিনীত কহিবাহা যাই॥

সদাগৰসৱে বোলে ইমত নোহয় ।
যদি ইঠাৱত তুমি থাকিবে লাগয় ॥ ৫২
আমিও এখনে যাঞো উত্তৰ কূলক ।
বিকা-কিনা কৰি যিবা পায়াছো ধনক ॥
তাক সম ভাগ কৰি বিভাগি লৈবোহো ॥
তোমাক ভগিনী হাতে শোধায়া দিবোহো ॥ ৫৩
আমাক ভৰ্ৎসিব তযু বহিনীয়ে পাই ।
মোৰ ভাতৃ মাৰিয়া আসিলি কোন ঠাই ॥
এতেকে এৰিবে আমি নপাৰো তোমাক ।
আমাৰ শপত যেৱে বাধা কৰা বাক ॥ ৫৪
শ্ৰীশঙ্কৰৰো মনে আতি অসুখ মিলিল।
সঙ্গীসকলেসে আহ্ম থাকিবে নেদিল ॥
উত্তম ব্ৰাহ্মণ এন্তে হৈবেক মহন্ত ।
শৰীৰত অনেক লক্ষণ ধৰিছন্ত ॥ ৫৫
এমন ব্ৰাহ্মণ মঞি নতু দেখো আগে !
আজিসি দেখিলো কত তপস্যাৰ ভাগে ।
কৈৰ দুষ্ট সঙ্গীসৱ আসিল লগতে ।
তাতেসে ইহাঙ্ক সঙ্গে নপাইলো সাম্প্ৰতে ॥ ৫৬
যায়োক গোপাল তুমি এখনে ফিৰিয়া ।
থাকিবা ইথানে পাছে উলটি আসিয়া ॥
যদিবা বিধিনি-বশে আসিবে নপাহা ।
তথাপিতো মোহোৰ মনত থাকিবাহা ॥ ৫৭

হৰিৰ ভকতি পথ ধৰিবাহা ডাটি।
কিঞ্চিতেকো তোমাৰ মুহিকে ধৰ্ম্ম ঘাটি ॥
এহি বুলি হাত তুলি মলচি লোতক।
তেজিলা কোঁকাৰ চাযা গোপাল-মুখক ॥ ৫৮
ঘনে ঘনে শ্ৰীশঙ্কৰৰ মুখ চাই।
আছিলা গোপাল অৱনত কৰি কায় ॥
কৰযোৰ কৰি বোলে শুনিয়োক বাপ।
তযু মুখ দেখি মোৰ হৰিল সন্তাপ ॥
নজানোহো কিছো তযু মহা গুণচয়।
তথাপি আমাত তুৱা স্নেহ-দৃষ্টি :য ॥ ৫৯
মহন্ত পুৰুষ হইলে স্বভাৱ এনয়।
দীন দুখিতক দাযা সুবুদ্ধি দিৱয।
দিয়োক বিদায মোত হৈয়োক প্ৰসন্ন।
দেহে মাত্ৰ চলে ঐতে থাকে প্ৰাণ-মন ॥ ৬০
এহি বুলি কৰযোৰে চলিলা প্ৰেমত।
শঙ্কৰেও বৰ স্নেহে থাকিলা থানত ॥
শুনিলাহা সভাসদ ভাৱক সন্তৰ।
অকস্মাতে গোপালক দেখি শঙ্কৰৰ ॥ ৬১
ভৈলেক বহুত স্নেহ দেখি চিহ্ন গাৱে।
সৰ্পে দেখয় যেন সৰ্প চলে পাৱে।
শ্ৰীমন্ত শঙ্কৰ মহাপুৰুষ ভূষণ।
দেখিলন্তে জানৈ যেন হুইব থিটো জন ॥ ৬২

অল্প বয়সতে দেখি দেৱ গোপালক।
যতেক বুলিলা মানে সৱে ঘটিলেক।
চাৰি পাঞ্চ দণ্ড মাত্র দেখিযা আছিল।
এতেকতে দুইহন্তৰো স্নেহ উপজিল ॥৬২
এতেকে সন্তৰ অনুগ্রহ আশা কৰি।
সভাসদ ডাক ছাৰি বোলা হৰি হৰি ॥

## মালীপুৰত গোপালদেৱ : মনত অশান্তি

### ছুলড়ি

এহিমতে যাই গোপালে দুনাই
মল্লিকাপুৰত ৰহি।
শঙ্কৰৰ যত গুণক স্নেহত
ভগিনীৰ আগে কহি ॥ ৬৪
সদাগৰসৱে কহিলা সকল
যতেক বৃত্তান্ত ভৈল।
ধন বিভাগিয়া ভাগে ভাগে লৈযা
সৱে গৃহে গৃহে গৈল ॥
পাছে একদিনা বসিয়া গোপালে
বিচাট কৰি মনত।
যুগুতিক দিয়া দুইকো সম্বুধিয়া
বুলিলা বাক্য আগত ॥ ৬৫

শুনিয়ো বহিনী শুনিৰা ভিনিসি
কিবা কৰে মোৰ মন।
শ্ৰীশঙ্কৰৰ বাক্যক স্নেহক
সুমৰোহো যেতিক্ষণ ॥
পিতৃ পিতামহ সম্পত্তি যি ভৈল
দেখিলাহা সৰ্ব্বজন।
মোৰ বংশচয় মৰি ভৈল ক্ষয়
অল্পসে আছে এখণ ॥ ৬৬
এতেকে আমাৰ বিবাহ কথাৰ
ইচ্ছা নযাৱয় জানি।
কহো সমুদায় দিয়োক বিদায
থাকিয়োক দুই প্ৰাণী ॥
জীৱন চঞ্চল পদ্ম-পত্ৰ-জল
কৈত কেতিক্ষণে যাই।
এৰা মোৰ আশা তেজি তযু বাসা
যাইবো শঙ্কৰৰ ঠাই ॥ ৬৭
শুনি দুইহন্তৰ মনত বিস্তৰ
ভৈলেক শোক-সন্তাপ।
দুঃখ কৰি আতি বুলিলা কাকুতি
শুনিয়ো গোপাল বাপ ॥
তোমাক লভিয়া সৱে পাসৰিয়া
আছোহো আমি সকলে।

ইটো বচনক শুনি হৃদয়ক
দহিয়া অগনি জলে ॥ ৬৮
বালকৰূপৰা তোমাৰ বদন
দেখিলে সন্তাপ হবে।
আছোক আমাৰ পৰ পথুকেও
দেখি আৰ নপাসৰে ॥
উলটি পালটি তোমাকেসে চাৱে
আনন্দত সৰ্ব্ব জনে।
লোকত কহয় বালক এনয়
জানি নেজানোক মনে ॥ ৬৯
সদাগৰসৰে তোমাৰ মহত
আমাৰ আগে কহিছা।
শ্রীশঙ্কৰেও দেখিল মাত্রকে
তোমাক কৰিলে ইছা ॥
আমি পুনু সদা বালকৰেপৰা
সঙ্গতে থাকি তোমাৰ।
যতেক দেখিছো মনত ধৰিছো
নকহঞো তাক আৰ ॥ ৭০
এখনে আমাক তেজিয়া যাইবাহা
যদি তুমি ইছা কৰা।
হেৰে আমাসাৰ মাথে দিয়া ডাঙ
জীৱন্তে আমি মৰা ॥

এতেকে এখণ নেৰিবা আমাক
এখানি বুদ্ধি ধৰিয়ো।
ব্ৰাহ্মণৰ কন্যা বাঢো বহুদিন
তাহাক বিভা কৰায়ো॥ ৭১

প্ৰথমত দুৰ্গ- গঢক বান্ধিযা
যুদ্ধে শত্ৰু জিনি যুবে।
তুমি সেহিমত কৰিলে আমাৰ
সমস্তৰে মন প্যৰে॥

শঙ্কৰো ইমত বুদ্ধি প্ৰশংসিব
সুধিবো আমৰা যাই।
সমস্ত বংশৰ আজ্ঞা ছেদ কৰি
যাইবে তযু সুযুৱাই॥ ৭২

এহিমতে আনো বন্ধু-মিত্ৰ মাতি
তেৰেসে তাঙ্ক ৰাখিলা।
তাসম্বাৰ মত ধৰিযা মনত
গোপালে তথা থাকিলা॥

তাহাৰ পাছতে মৰণ ভয়তে
শ্ৰীমন্ত শঙ্কৰো যাই।
ইদেশৰপৰা পশ্চিম দিশত
ৰহিলা সত্ৰ কৰাই॥ ৭৩

শুনিয়া গোপাল বহু তালফাল
বহু দুঃখ কৰিলন্ত।

হা হা অন্ন-ভাগ নপাওঁ পুহু লাগ
কৃষ্ণে কিনো কৰিলন্ত ॥
এহি বুলি ৰহি থাকিলা তথাত
প ছে বিবাহক প্ৰতি।
ভগিনী-পতিয়ে ভগিনী সতীয়ে
যতন কৰয় আতি ॥ ৭৪

## গোপালৰ স্বপ্ন আৰু বিবাহৰ প্ৰস্তাৱৰপৰা নিষ্কৃতি

এক দিনা পাছে শয্যা মাজে আছে
গোপাল শয়ন কৰি।
তাঙ্ক দায়াতৰে বুলিলা ঈশ্বৰে
ব্ৰাহ্মণৰ বেশ ধৰি ॥
শুনিয়ো গোপাল কহো কথা ভাল
কৰিবি কি নকৰিবি।
তুমি মহাভাগে সত্য কৰি আগে
তেবেসে বাক্য ধৰিবি ॥ ৭৫
গোপালে উঠিয়া চৰণে পৰিয়া
নমস্কাৰ কৰি চাই।
কৃতাঞ্জলি কৰি বুলিলা সাদৰি
অৱনত কৰি কায় ॥
হে বিপ্ৰবৰ তযু চৰণৰ
ধূলি পাইলো কত ভাগে।

আতো কৰি চাৰ    কিনো আছে আৰ
মোক প্ৰতি যদি লাগে ॥ ৭৬
কিন্তু তবু কাৰ্য্য    কৰিবে লাগয়
শুনিবো কৰ্ণক ভৰি ।
বিপ্ৰে বোলে তঞিঃ    আগে সত্য কৰ
তেৱে কহো নিষ্ঠ কৰি ॥
বুলিলা গোপালে    সত্যে সত্যে ভাল
দিবো আৰে কহিয়োক ।
বিপ্ৰে বোলে হাসি    মাগিলোহো আমি
কন্যাখানি দিয়ো মোক ॥ ৭৭
বিবাহ নকৰি    ভজিয়োক হৰি
সৱে সুখ হুইবে তোৰ ।
আনন্দ-ৰসত    বুৰিবি সতত
সুমৰিবি বাক্য মোৰ ॥
এহি বাক্য বুলি    বিপ্ৰ গৈলা চলি
গোপালে চেতন পাই ।
কৃষ্ণ কৃষ্ণ বড়ি    শয্যাত বাগৰি
নমিলা পৰি ঘুমাই ॥ ৭৮

## ছবি

শুনিয়োক সভাসদ    গোপাল-চৰিত্ৰ পদ
ছবিৰ চৰিত্ৰ সমন্বিত ।

পৰম দায়ালু হৰি ভকতক কৃপা কৰি
ফুৰন্ত আপুনি চিন্তি হিত ॥
সন্তেও লোকৰ হিত চিন্তি ফুৰা প্ৰতি নিত
বাপ মাৱ মাধৱে বান্ধয় ।
দেৱ গোপালতে ইটো দুয়ো কথা ঘটি আছে
প্ৰত্যক্ষতে দেখিয়ো নিশ্চয় ॥ ৭৯
হে কৃষ্ণ বংশীধৰ তযু পদ-পঙ্কজৰ
নিকটতে দিয়া মোক ঠাই ।
তোমাৰ ভৃত্যৰো ভৃত্য হুয়া যেন প্ৰতি নিত
থাকিবোহো তযু গুণ গাই ॥
তুৱা পদ পৰিহৰি জন্মে জন্মে মৰি মৰি
পাইলো মহা দুঃখ বহুতৰ ।
আৰকা নেদিবা এৰি খাইবেক ইন্দ্ৰিয়ে বেঢ়ি
ৰাখা মোক সঙ্গত ভকতৰ ॥ ৮০
সহায় নাহিকে মোৰ হুয়া তৱ সেৱা-চোৰ
নজানো স্বৰূপ বিৰকতি ।
হে প্ৰাণবন্ধু হৰি আছো মই আশা কৰি
কিছো কৃপা কৰা মোক প্ৰতি ॥
পৰম কৃপালু জানি বুলিলো কাকুতি বাণী
কৰা মোক যথোচিত কাম ।
মোক আশীৰ্ব্বাদ কৰি সভাসদে মুখে ভৰি
ডাক ছাড়ি বোলা ৰাম ৰাম ॥ ৮১

## পদ

এহিমতে গোপালে কৃষ্ণৰ বাণী শুনি।
হৰি-কৃপা বিনে নহে জানিলা আপুনি ॥
স্নান কৰি আসি বসি গুণন্ত মনত।
কেমনে স্বপ্নৰ কথা কহিবো লোকত ॥ ৮২

দেৱসৱে যিটো কথা কহয় স্বপ্নত।
কাতো নকহিলে সৱে ফলয় সাম্প্ৰত ॥
বিপ্ৰৰূপে ঈশ্বৰেসে বুলিছা বচন।
পৰত কহিলে জানো সৱে হোৱে ছন্ন ॥ ৮৩

নকহিলে বন্ধুগণে নেৰিবে আমাক।
অৱশ্যে ধৰিবে মোক বিহা কৰাইবাক ॥
এতেকে কহিতে লাগে বন্ধুসকলত।
তেৱেসে ঈশ্বৰ-বাক্য ৰহয় সাম্প্ৰত ॥ ৮৪

এহিমতে গুণি-গান্থি থিৰ কৰি মন।
একস্থান কৰিলন্ত বিপ্ৰ-বন্ধুগণ ॥
ফল-ফুল দ্ৰব্য দিয়া স্বপ্নক কহিলা।
হৰি-ধ্বনি কৰি সৱে ফলিতাক দিলা ॥ ৮৫

উত্তম সপন ইটো পৰম বিশিষ্ট।
কৃষ্ণৰেসে কৃপা ইটো জানা নিষ্টে নিষ্ট ॥
লক্ষণতে দেখি আহ্ন কি কৈবে লাগয়।
কন্যা বিহা কৰাইবাক আৰো যোগ্য নয় ॥ ৮৬

ইহান সঙ্গত নিস্তৰিবে বহু লোক।
পৰম আনন্দ পাইব এড়াই দুঃখ-শোক ॥
সেহিবেলা সিও বিপ্রে ধন আনি দিল।
নেদো কন্যা বুলি বিপ্রে জগৰ ভাঙ্গিল ॥ ৮৭
পাছেসে স্বপ্নক শুনি খেদ কৰি গৈলা।
হা হা মোৰ পাপে এহে জমাই নভৈলা ॥
বহিনী প্রমুখ্যে যত বান্ধৱ আছিল।
আগ্রহ এৰিযা পাছে আনন্দ কৰিল ॥ ৮৮

## গোপালৰ গৃহ-ত্যাগ

পটি শুনি গোপালে যুৰিলা যথা সুখে।
ৰাম কৃষ্ণ নামক নেডন্ত সদা মুখে ॥
যৈতে যৈতে হৰিৰ ভকত থাকে মানে।
তৈতে তৈতে পাকিয়া ফুৰন্ত সাৱধানে ॥ ৮৯
কাহাৰো প্রবৃত্তি মনে ভাল নমানন্ত।
গুৰু মানিবাক প্রতি বিচাৰি নপান্ত ॥
ৰামদাস বৈষ্ণৱ সহিতে একে ঠাই।
ফুৰি ফুৰি তাতে আসি থাকন্ত সদায় ॥ ৯০
ৰামদাস সমে সদা হৰি-কথা তুলি।
থাকয় বিষয়-সুখ নমানে সমূলি ॥
কাৰো হাতে অন্ন-পানী ভোজন নকৰে।
যিবা বিটো বস্তু দিয়া তাকো নসম্বৰে ॥ ৯১

নিৰামিষ আপ্ত তণ্ডুলৰ মাত্ৰ অন্ন।
একে সন্ধ্যা প্ৰাণ ৰাখি কৰন্ত ভোজন॥
ৰন্ধন কৰিযা তাকো হৰিত অৰ্পিয়া।
ৰামদাস সমে দুয়ো ভোজন কৰিয়া॥ ৯২
আজি ভাল নহে যদি বোলে ৰামদাসে।
দেৱৰ শৰীৰে কম্পি কম্পি জ্বৰ আসে॥
পাছে ৰামদাসে হাসি পৰশে শৰীৰ।
জ্বৰ গুচি তেখনে শৰীৰ হয়ে থিৰ॥ ৯৩
মহা ভক্ত ৰামদাস নিশা শয়নত।
হৰি-ৰসে ৰাগৰয় মাটিত প্ৰেমত॥
শয়নৰ ছলে দেৱে শুনিয়া থাকয়।
নিতে দেখে পুৱা গাৱে মাটি লাগিছয়॥ ৯৪
ৰামদাস গৈলা পাছে ভৈলা একেশ্বৰ।
হৰি মাত্ৰ সহায় নাহিকে আন নৰ॥
বংশীগুটি বজায়া হৰিৰ গুণ গাৱে।
শুনি শুনি লোকে বৰ আনন্দক পাৱে॥ ৯৫
বায়া বায়া বুলি কেহো পাঞ্চয় হুনাই।
স্বৰ তুলি তুলি ৰঙ্গে থাকন্ত বজাই॥
তাৰপৰা ভৈল নাম বংশী-যে-গোপাল।
প্ৰকৃতি দেখিয়া সৰ্ব্ব লোকে বোলে ভাল॥ ৯৬
বংশীগোপালেসে বৰ বৈষ্ণৱ উত্তম।
ৰূপে-গুণে সকলে প্ৰকাৰে মনোৰম॥

এহি বুলি লোকে যদি মাত্তিয়া নিয়য় ।
সভাত থাকিয়া হৰি-গুণক গায়য় ॥ ৯৭
দখিলা নলৈয়া তাকো মাত্তিয়া আসয় ।
নেদেখি দুখত লোকে বিষাদ কৰয় ॥

## বৌধৰ উপদ্ৰৱ আৰু গোপালৰ নানা কায়-কষ্ট

ইসৱ প্ৰকৃতি মানে বৌধ শুনিয়া ।
বিঘিনি কৰিবে লৈলা তাক নসহিয়া ॥ ৯৮
আমাসাৰ অন্ন-পানী সঙ্গকো বৰ্জ্জয় ।
তাতেসে ইহাক সৰ্ব্ব লোকে প্ৰশংসয় ॥
এহিবুলি নিতান্তে পতিলা মাৰে আসি ।
আলিঙ্গন ছলে শৰীৰকো ছোৱে হাঁসি ॥ ৯৯
নিতে পতিলাক পেলাই পুনু স্নান কৰে ।
ভোজনো নকৰে খণো স্নানিবাক ডৰে ॥
নিতান্তে পতিলা কিনিবাক নপাই ধন ।
এৰিলো ভোজন বুলি কৰিলা শয়ন ॥ ১০০
স্বপ্নত ব্ৰাহ্মণে বোলে খেদ নকৰিবি ।
প্ৰভাততে কালি বৰ টৈমিক লভিবি ॥
তাকে বিকি বিস্তৰ পতিলা পাইবি তঞি ।
সহায় আছোহো তেবে জানিবিহি মঞি ॥ ১০১
চেতন লভিয়া পাছে পদূলিক যাই ।
টৈমিক দেখিয়া লৈয়া আসিলা ছুনাই ॥

স্নান কৰি আসি হৰি-ৰূপ মনে স্মৰি।
ক্ৰন্দন কৰিয়া বহু হৰি-নাম ধৰি ॥ ১০২
হে প্ৰাণ হৰি কৃষ্ণ তুমি কৃপাময়।
ভকত-বৎসল দেৱ দেখিলো নিশ্চয ॥
কৈৰ মই অধম পামৰ দুৰাশয়।
বোলা মই সহায় নাহিকো তাৰ ভয় ॥ ১০৩
এহি মতে আনো নানা স্তুতি কৰি আছে।
শুনি সমীপক গৃহী আসিলেক পাছে ॥
দেখি বংশীগোপালক নমস্কাৰ কৰি।
সমীপত বসিলন্ত তাহাঙ্ক সাদৰি ॥ ১০৪
গোপালে বৃত্তান্ত কহি টেমি দিলা হাতে।
লৈলা তাক গৃহস্থে প্ৰণামি প্ৰণিপাতে ॥
নযাইবাহা প্ৰভু কৈতো আমাক তেজিয়া।
থাকিবো নিতান্তে আমি পতিলাক দিয়া ॥ ১০৫
তুমি হেন বৈষ্ণৱক পাইবো কত ভাগে।
কহিবাহা আনো আনো যিবা বস্তু লাগে ॥
এহিমতে তাহাৰ থানতে কতো কাল।
হৰি কথা কহি আছা ৰহি কত কাল ॥ ১০৬
কানি-কমণ্ডলু বিনে আন ধন নাই।
বহি নিশা শয়নে থাকন্তে নাম গাই ॥
কেশে ৰজ্জু লগায়া উৰ্দ্ধত আঁৰি থৰে।
নিদ্ৰা এৰি সদা বসি কৃষ্ণ নাম গায়ে ॥ ১০৭

নাহি পাটী-কঠ-তৃণ মাটিত থাকয় ।
প্ৰাৰ্থিয়া দিলেও নবে ভভো নলৱয় ॥
শৰীৰৰ ভোগে ইন্দ্ৰিয়ৰ বল হয় ।
ইন্দ্ৰিয়ৰ বল হৈলে ভক্তি নবাঢয় ॥ ১০৮
নভৈল ভকতি কৃষ্ণ তুষ্ট নোহোৱয় ।
এতেকে ভক্তক ধন কিছু নলাগয় ॥
এহি বুলি গোপালে শৰীৰ দুঃখ দিয়া ।
ভোগ এৰি থাকে সদা হৰিক চিন্তিয়া ॥ ১০৯
কতো দিন গৰ্ত্ত খানি তাহাত আছিলা ।
হৰি-নাম মাত্ৰ সদা কীৰ্ত্তন কৰিলা ॥
নিতে নিতে তাতে গৈয়া মিহিমি ব্ৰাহ্মণে ।
তণ্ডুলাদি দ্ৰব্য দিয়া পুষিলা যতনে ॥ ১১০
এনয প্ৰকাৰ আনো কথা অদভুত ।
দেৱ বংশীগোপালৰ আছয় বহুত ॥

## অসম দেশ এৰি বেপেকৰা নাৰত ভাটীলৈ যাত্ৰা

থাকোক সিসৱ কথা শুনা আত পৰে
যেন মতে সম্প্ৰদায় পাইলা বংশীধৰে ॥ ১১১
এহিমতে তথাত থাকিয়া পাছ গুণি ।
পশ্চিম যাইবাক মন কৰিলা আপুনি ॥
পশ্চিম দেশত বহু মহন্ত আছয় ।
তাসম্বাক পাইলে মোৰ সকলে সিজয় ॥ ১১২

কৃষ্ণৰ কৃপাত বুদ্ধি-বলে গুণ গাওঁ।
যিটো মহন্তৰ পথ তাকো নতু পাওঁ ॥
ইদেশত কতো কতো ভকত আছয়।
ব্যভিচাৰ মতে দেখো সৱে প্ৰৱৰ্ত্তয় ॥ ১১৩
অন্ন-যোনি বিচাৰ-আচাৰ কিছো নাই।
প্ৰবৃত্তিক চাহিলে পাষণ্ড সমুদায় ॥
এতেকে ইদেশে আবে নেথাকিবো আমি।
যদি কৃপা কৰি মোক নিয়ে কৃষ্ণ স্বামী ॥ ১১৪
এহি মতে গুণি-গান্থি অসুস্থ মনত।
বিচাৰি বিচাৰি লাগ নাপাইল লোকত ॥
এক দিন মন-দুখে কৰিলা শয়ন।
স্বপ্নত বুলিলা পাছে ব্ৰাহ্মণে বচন ॥ ১১৫
শুনা শুনা গোপাল যি কথা কহো মই।
কালি প্ৰভাততে উঠি চলি যাইবি তঞি ॥
চাঙ্গিনীৰ বৰ ঘাটে লোহিত তীৰত।
তিনিখানি নৌকা আসি চাপিব কাছত ॥ ১১৬
পাছৰ নৌকাত যিটো মনুষ্য থাকিব।
সেহি তোক পৰম আদৰ কৰি নিব ॥
তাৰ সঙ্গে কুশলে পশ্চিম যাইবি তঞি।
সকল বাঞ্ছিত পাইবি নিষ্টে কহো মঞি ॥ ১১৭
এহি বুলি ব্ৰাহ্মণে শিৰত হস্ত দিলা।
নমস্কাৰ কৰো বুলি গোপাল উঠিলা ।

দেখয় নাহিকে বিপ্ৰ স্বপ্নসে দেখিল।
জয় জয় কৃষ্ণ বুলি হৰিষ মিলিল॥ ১১৮
ত্ৰাহি ত্ৰাহি কৃষ্ণ প্ৰভু ভকত-বৎসল।
এৱেসে সিঝিব মোৰ বাঞ্ছিত সকল॥
পৰম ঈশ্বৰ কৃষ্ণ সহায় যাহাৰ।
কোন কোন বাঞ্ছা নিসিঝিবে আসি তাৰ॥ ১১৯
উচ্চ কৰি আনো স্তুতি বিস্তৰ কৰিলা।
সমীপতে সৱে কথা গৃহস্থে শুনিলা॥
তাৰ মুখে সিটো কথা লোকেও শুনিলা।
বিস্ময়তে গোপালক সৱে প্ৰশংসিলা॥ ১২০
কিবা দেৱ মানুষ চৰিত্ৰ বিপৰীত।
ঈশ্বৰে সহিতে পাছে কহি প্ৰতি নিত॥
অহৰ্নিশে নাম গাই থাকে ঈশ্বৰৰ।
হৰিও নেৰয সঙ্গ বংশীগোপালৰ॥ ১২১
আনো ঠাই ঠাই শুনো বহু লোকে কয়।
বংশীগোপালৰ বহু মহিমা আছয়॥
এহিমতে লোকে আনো প্ৰশংসা কৰিলা।
শুনা পাছে বংশীধৰে যেমনে চলিলা॥
দেৱ বংশীগোপালে প্ৰাতসে স্নান কৰি।
দণ্ডৱতে ঈশ্বৰক প্ৰণামি সাদৰি॥
হৰি-নিবেদিত অন্ন ভোজন কৰিলা।
জয় জয় কৃষ্ণ বুলি আনন্দে লৰিলা।॥ ২৩

লোহিতৰ তীৰ পাই বসিয়া আছিলা।
দেখা দেখি কৰি তিনি নৌকাও চাপিলা ॥
পাছে অহা নৌকাখানি সমীপতে ৰৈলা।
তাৰ সমীপক পাছে লাসে লাসে গৈলা ॥১২৪
নৌকাৰ গিৰীয়ে পুছিলেক প্ৰয়োজন।
কি কাৰ্য্যে আসিল বাপু কহিয়ো কাৰণ ॥
হাসি বংশীগোপালেও কাৰণ কহিলা।
শুনি তাসম্বাৰ মনে আনন্দ মিলিলা ॥১২৫
কিনো ধন্য কিনো ধন্য প্ৰভাত ৰজনী।
বিশিষ্ট বৈষ্ণৱগুটি আসিলা আপুনি ॥
এহি বুলি উঠি সন্নে প্ৰণাম কৰিলা।
আসন পাতিয়া নৌকা আগত তুলিলা ॥১২৬
যাহান্তে পথত পুছিলন্ত পূৰ্ব্বাপৰ।
সকলে কহিলা বংশীগোপাল বংশৰ ॥
নৌকাৰ অধিপ যিটো শুনিযা আছিলা।
ক্ৰন্দন কৰিয়া পাছে পাৱত পৰিলা ॥১২৭
আমাঠৈৰ বহুলোক শিষ্য তোমৰাৰ।
তৱ পিতৃ সেৱা কৰি আছো বাৰম্বাৰ ॥
তানে হুই ভাতৃক জানোহো ভাল কৰি।
শুনিছো তোমাক চিনিলোহো আজি ধৰি ॥ ১২৮
নেৰিবো তোমাক আৰ নিবো মোৰ ঠাই।
এহি মতে অন্যো অন্যো কথা কহি যাই ॥

পৰম আদৰ কৰি সদাগৰগণ।
অন্ন ৰন্ধাই অৱশেষ কৰিলা ভোজন ॥ ১২৯
কতো দিনে পাইলা ক্রয়-বিক্রয়ৰ স্থান।
আনো সদাগৰগণে কৰিলেক মান ॥
মৰিচৰ স্বৰ্ণ বস্ত্র বস্তু আদি কৰি।
পশ্চিম যাইবাক শুনি দিলেক সাদৰি ॥ ১৩০
দিবে বংশীগোপালে সকলে মহন্তক।
ধন বেহাইবাৰ ফল মিলোক সাম্প্রত ॥
মহন্তসৱক সেৱা কৰিযা হুনাই।
আসিহাবা বাপু তুমি আমাসাৰ ঠাই ॥
এহি বুলি পশ্চিমীয়া লোক বিচাৰিয়া।
পঠাইলেক ভালমতে নাৱত তুলিয়া ॥

## বৰপেটাত মাধৱদেৱৰ থানত

পাছে বৰপেটা নগৰত উঠিলন্ত।
যাহাত শঙ্কৰ-দাস মাধৱ আছন্ত ॥ ১৩১
তাহান থানত প্রৱেশিলা প্রথমতে।
শ্রীমন্ত মাধৱে তাঙ্ক দেখিলা সাম্প্রতে ॥
থান দিয়া আদৰি পুছিলা ভাল কৰি।
কিনো মোৰ আনন্দ মিলিল হৰি হৰি ॥ ১৩৩
উত্তম ব্রাহ্মণ তুমি দেখিয় থানতে।
কৈৰপৰা আসি তুমি মিলিলা সাম্প্রতে ॥১৩৪
কোন বা দেশৰ তুমি থাকা কোন ঠাই।

কিবা নাম তোমাৰ কোনবা দেশে যাই ॥ ১৩৪
মাধৱৰ অমৃত-সদৃশ বচনক।
শুনিয়া পাইলন্ত মহা প্ৰেম-আনন্দক ॥
কতোক্ষণ আছি পাছে বুলিলা বচন।
তুমি মহা মহন্তৰো ভৈলো দৰিশন ॥ ১৩৫
শ্ৰীমন্ত শঙ্কৰ তুমি ধৰিছা ধৰ্ম্মক।
আমি আছো আসি আৱে এহিসে স্থানক ॥
আৰু আছো যিটো বিপ্ৰ দেৱ দামোদৰ।
তাহাকো পাইবাক ইচ্ছা আছয় বিস্তৰ ॥ ১৩৬
বিপ্ৰ হৰিবৰৰ পুত্ৰৰ পুত্ৰ মঞি।
নাম বংশীগোপাল তাপত পৰো জ্বলি ॥
সংসাৰ তাপৰ পাৰ নপাৰি তৰিব।
আসি আছো মহন্তৰ পথক ধৰিব ॥ ১৩৭
শুক আদি মহন্তৰ সম্প্ৰদায় যত।
শ্ৰীভাগৱত শাস্ত্ৰ শঙ্কৰৰো মত ॥
তাক ধৰিবাক প্ৰতি আমাৰ আশয়।
যদি কৃষ্ণ দেৱতাৰ অনুগ্ৰহ হয় ॥ ১৩৮
অসম দেশৰপৰা আসিলো এখন।
সকলে কহিলো আপোনাৰ প্ৰয়োজন ॥
শুনি মাধৱৰ মনে আনন্দ মিলিল।
ঊৰ্দ্ধবাহু কৰি হৰি হৰি উচ্চৰিল ॥ ১৩৯
কৃষ্ণদেৱে আজি কিনো আনন্দক দিলা।
ভকতি-পথৰ শুদ্ধ পাত্ৰক আনিলা ॥

এহি বংশীগোপাল পৰম ধৰ্ম্ম-ধাৰী।
ইহান সঙ্গতে লোকে তৰিবাক পাৰি ॥ ১৪০
এহিমতে মধুৰ বচনে প্ৰশংসিয়া।
থান-মান দিয়া ৰাখিলন্ত সন্তোষিয়া ॥
কণ্ঠ কোকিলৰ ধ্বনি সুস্বৰ সুঠান।
মাধৱে গায়ন্ত হৰি-গুণ বিদ্যমান ॥ ১৪১
শুনি শুনি গোপালদেৱৰ ৰস চড়ে।
আনন্দতে নয়নৰ লোতক নিগড়ে ॥
হৰি-কথা-ৰস মহা সৰ্ব্বস্বক পাই।
থাকন্ত মাধৱ সমে আলাপি সদায় ॥ ১৪২

## দামোদৰদেৱৰ সত্ৰত ; শৰণ-ভজন ভক্তি-গ্ৰহণ

এক দিনা মাধৱৰ থান হন্তে গৈলা।
দেৱ দামোদৰৰ সত্ৰত প্ৰৱেশিলা ॥
আছে দামোদৰদেৱ প্ৰসঙ্গ কৰিয়া।
সেহি সময়ত দেখিলন্ত প্ৰৱেশিয়া ॥ ১৪৩
কৰে মালা ধৰিয়া হৰিৰ নাম স্মৰি।
ভাগৱত শুনি আছা একচিত কৰি ॥
পৰম বৈৰাগী মহা মহন্ত প্ৰধান।
কৃষ্ণ-কথা-অমৃতেসে যাৰ জীৱ-প্ৰাণ ॥ ১৪৪
কৃষ্ণ পদ পঙ্কজত মন নিৱেশাই।
আনন্দতে মজি একো তিতিকো নচাই ॥

বেলা অৱসানে ভাগৱত পাঠ থৈলা।
তেৱে দেৱ গোপালক দৰিশন দৈলা॥ ১৪৫
দেখিল মাত্ৰকে বংশীগোপালে উঠিয়া।
নমস্কাৰ কৰিলন্ত পাৱত পৰিয়া॥
উঠি উঠি পুনু পুনু দণ্ডৱতে পৰি
আছিলন্ত কতো বেলি নানা স্তুতি কৰি॥ ১৪৬
দামোদৰদেৱে তাঙ্ক আশ্বাস কৰিলা।
আসনক দিয়া পুষ্প-চন্দনে পুজিলা॥
যেমনে মাধৱদেৱে পুছক কৰিলা।
সেহিমতে দেৱ দামোদৰেও পুছিলা॥ ১৪৭
দেৱ গোপালেও তথা সকলে কহিলা।
দমোদৰদেৱে শুনি সন্তোষ লভিলা॥
ভকতসৱৰ মহা আনন্দ মনত।
দিনে দিনে অনুৰাগ বাঢে গোপালত॥ ১৪৮
কতো দিন আছি পাছে দামোদৰ-পাৱে।
দণ্ডৱতে পৰি পাছে গোপালে বিনাৱে॥
হে প্ৰভু দামোদৰ হুয়োক সদয়।
যেমনে গুচিবে মোৰ ভৱ-বন্ধ-ভয়॥ ১৪৯
সুলভতো সুলভ সন্তৰ সম্প্ৰদায়।
শৰণ-ভজন-ভক্তি কহিয়ো বুঝাই॥
যত যত আছে মোৰ মনৰ সংশয়।
তাকো যুগুতিয়ে ছেদিবাক যোগ্য হয়॥ ১৫০

পূৰ্ব্ব জনমৰ মোৰ আছে মহা ভাগ ।
এতেকেসে তোমাত পুছিবে পাইলো লাগ ॥
শুনি দেৱদামোদৰে পৰম প্ৰেমত ।
বোলন্ত শুনিয়ো তুমি মহা ভাগৱত ॥ ১৫১
যতেক পুছিলা তাক আপুনি জানাহা ।
অসম্ভাৱনাতে মাত্ৰ মোত পুছিলাহা ॥
মঞি মহা মূৰ্খ বিপ্ৰ নজানো হো কিছু ।
তথাপি কহিবো আজি যিখানি জানিছো ॥ ১৫২
ওৰেষা দেশৰ বাসুদেৱ বিপ্ৰ-বেশ ।
তাহান্ত লভিছো জ্ঞান-ভক্তি-উপদেশ ॥
গোমথা আতাত পাছে পুছিলো পূৰ্ব্বত ।
পৰম অজ্ঞসা পথ ভাগৱত মত ॥ ১৫৩
শ্ৰীমন্ত শঙ্কৰো পাছে কহিলা সাদৰি ।
শ্ৰৱণ-কীৰ্ত্তন মাত্ৰ জানা নিষ্ঠ কৰি ॥
বুলিলা অজ্ঞসা শুক শঙ্কৰে আমাত ।
আত কৰি সুগম নাহিকে ধৰিপাক ॥ ১৫৪
পৰম পণ্ডিত তেহে শাস্ত্ৰত তৎপৰ ।
একে মাত্ৰ পথ বাসুদেৱ শঙ্কৰৰ ॥
তাহি বুলি কৃষ্ণ পদ পঙ্কজ চিন্তিয়া ।
শৰণ ভজন ভক্তি কহিলা চৰ্চ্চিয়া ॥ ১৫৫
পৰম বিশিষ্ট পাত্ৰ দেৱ গোপালত ।
ৰহস্য বিশ্বাস মানে কৰিলা বেকত ॥

বিচারি বিচারি আনি সর্ব্ব শাস্ত্র সার।
অত্যন্ত স্নেহত কহিলন্ত বারম্বার ॥ ১৫৬
পরম তেজস্বী সাধু দেৱ দামোদর।
শ্রী শঙ্করবো ভেদ নাহি দুইহন্তর ॥
এতেকে শঙ্কর মত প্রমাণি কহিলা।
আনো আনো সন্ত সাধু পথ প্রমানিলা ॥ ১৫৭
দেৱ বংশী গোপাল সকলে সার পাই।
দণ্ডৱতে পরি পরি নমিলা দুনাই ॥
শুনা সভাসব পদ করি এক মন।
দেৱ গোপালর কথা পরম প্রধান ॥ ১৫৮
সন্তক স্মরয় মুহি সন্তে.বা স্মরয়।
গৃহে সমে তেখনে সকলে শুদ্ধ হয় ॥
মহা ভাগৱত দেৱ গোপাল উত্তম।
তাহান চরিত্র সকলরে মনোরম ॥ ১৫৯
দেৱ বংশী গোপাল কৃপাল গুণ-নিধি।
তব পদ প্রসাদেসে মোর মন শুদ্ধি ॥
পূর্ব্বতো ধরিছো তযু চরণর ধূলি।
ইহ-পরলোকে মোক নেৰিবা সমূলি ॥ ১৬০
কৃষ্ণ গোপালর ভৃত্য পদ শিরে ধরি।
ভনে রমানন্দে ডাকি বোলা হরি হরি ॥

---

# ছবি

| সন্ত ভূষণ বা | এহিমতে বংশীধৰ | সমে দেৱ দামোদৰ |
|---|---|---|
| ওঝা আতাৰে | পৰম ৰহস্য সাৰ কহি। | |
| গোপালৰ অমিয়ত | মৌনে ৰৈলা আনন্দতে | দেৱ গোপালৰ চিত্তে |

থাকিলা সকলে কথা ৰহি॥ ১৬১

তিনিও প্ৰসঙ্গে যথা নাম ভাগৱত কথা
পদ-নাট ভটিমা-গীতৰ।
কীৰ্ত্তন যেমন ঠান শুনি থাকা বিগুমান
মহা তুষ্ট লভিয়া চিত্তৰ॥
প্ৰতি নিত প্ৰসঙ্গৰ মধ্যে মধ্যে বিচাৰৰ
কথা যথা কৰয় নিৰ্ণয়।
পূৰ্ব্বাপৰ সামঞ্জস্য কৰন্তে যি মহা ৰস
বিভাগিয়া তাহাক কহয়॥ ১৬২
সন্ত ভূষণ নাম আছে যিটো মহাজন
লোহিতৰ দখিণ কূলত।
ওঝা আতা বুলি যাক দেৱ দামোদৰ মাতা
তেহো আমি মিলিল সত্ৰত॥
দেৱ দামোদৰ বসি আনন্দ কৰিয়া হাঁসি
দুইহস্তকো এক স্থান কৰি।
দুয়ো শুদ্ধ মহাযশী যেন পূৰ্ণিমাৰ শশী
সখিয়ত কৰাইল সাদৰি॥ ১৬৩

আনো যত মহাজনে সেৱা কৰি বাক মনে
আসৈ দেৱ দামোদৰ ঠাই।
তাসম্বাৰ তেতিক্ষণে মিলয় আনন্দ মনে
দেৱ গোপালক দেখি যাই॥
এহি মতে বহু কথা ভৈল সিথানত যথা
তাক আসি কহিবো কতেক।
অন্যো অন্যে সঙ্গপাই হৰি যশ ৰস গাই
বহু কাল ক্ষেণেকে গৈলেক॥ ১৬৪

পুনৰ মাধৱদেৱৰ থানত সাত বছৰ

দামোদৰ চৰণক প্ৰণামি গোপালদেৱে
মাধৱৰ স্থানক গৈলন্ত।
আনন্দ কৰিয়া আতি হৰি-কথা দিনে ৰাতি
প্ৰসঙ্গ কৰিয়া ৰহিলন্ত॥
মধ্যে মধ্যে প্ৰসঙ্গৰ কহন্ত মাধৱদেৱে
শ্ৰীশঙ্কৰৰ কথা যত।
অন্য দেৱ পৰিহৰি যিবা জনে যেন কৰি
ভকতি লভিলা যেন মত॥ ১৬৫
যিটো কৃত্য যিথানত যি কাৰণে যেন মত
কৰিলা শঙ্কৰে শ্লোক তুলি।
আনো মহিমাদি গুণ শুনি গোপালৰ মন
প্ৰেমানন্দে মজিলা সমূলি॥
পুনু পুনু সুধি লৱে আনন্দে মাধৱে কৱে
শ্ৰীশঙ্কৰৰ ধৰ্ম্ম-নীতি।
অন্যো অন্যে দুইহন্তৰ ৰহস্য বিশ্বাস কথা
কহি শুনি নধৰে তৃপিতি॥ ১৬৬

পুনু পুনু মহন্তৰ কথা যাৰ যথোত্তৰ
তাহাকো কহয় আনন্দত।
খনো নিৰঞ্জন * থানে হুয়ো বসি সাৱধানে
বিৰল বিচাৰ কৰে যত ॥
এহিমতে মাধৱৰ দেৱ বংশীগোপালৰ
এক সঙ্গে সপ্তম বৎসৰ।
বহি গৈল আনন্দতে কৃষ্ণ-কথা প্ৰসঙ্গতে
মহা সুখ মিলন্ত মনৰ ॥ ১৬৭
সপ্ত বৎসৰৰ কথা হুয়া আছে যথা তথা
তাক আমি কহিবো কতেক।
কৈৰা পদ প্ৰচাৰয় গ্ৰন্থ বহুতৰ হয়
সংক্ষেপেয়ো নকৰো বেকত ॥
বহু গুণভৰতৰ দুইহন্তৰ প্ৰসঙ্গৰ
কেন দেখা কথা বহুতৰ।
ইটো তিনি মহন্তৰ কথা সপ্ত বৎসৰৰ
সংক্ষেপতো গ্ৰন্থৰ বিস্তৰ ॥ ১৬৮
পূৰ্ব্বতো গোপাল দেৱে ইদেশ নাসিবো বুলি
পশ্চিম দিশক প্ৰতি গৈলা।
যি কাৰণে যেন মতে পুনু ইদেশক প্ৰতি
গুনা মহা সত্ৰ কৰি বৈলা ॥—

* নিৰঞ্জন—নিজান, নিজৰাল

## তুলড়া

শুনা সভাসদ খণ্ডোক আপদ
যশ সাধু সমস্তৰ।
শ্ৰীমন্ত মাধৱ শ্ৰীমন্ত গোপাল
আৰু দেৱ দামোদৰ॥ ১৬৯
তিনিয়ো পৰম মহন্ত প্ৰধান
সমস্তৰে উপকাৰী।
তিনিৰে চৰিত্ৰ সমস্তৰে চিত্ত
দেখিয়ো মনে বিচাৰি॥—
সন্ত সকলৰ সন্ত চৰিত্ৰক
শুনিবাক আতি ইছা।
শৌনক বিদুৰ পৰিক্ষীত আদি
সন্তৰ বাক্যে দেখিছা॥ ১৭০
আপুনি চক্ষুৰে দেখিলো গোপালে
সত্ৰৰ মধ্যে বসিয়া।
ভাগৱত কথা মধ্যত থাকন্ত
সন্তৰ কথা ভুলিয়া॥
জয় দেৱ নমো কবীৰা মাধৱ
চৈতন্য অঙ্কবন্ধাৰ'
ৰূপ সনাতন আদি কবি যত
চৰিত্ৰ কহে সবাৰ॥ ১৭১

পুত্ৰ পুত্ৰ কহি ক্ৰন্দন কৰিয়া
স্মৰি থাকে তাসম্বাক ।
বৈষ্ণৱ সৱৰ মহানন্দ মিলে
শুনিয়া সিটো কথাক ॥
বিশেষতো আৰা আমৰা সৱৰ
পৰম বান্ধৱ হয় ।
মহন্তৰ দৃষ্ট হৰি ভক্তি নিষ্ঠ
পস্থক দেখাই আছয় ॥ ১৭২
সন্তে পিতা মাতা সন্তেসে দেৱতা
সন্তেসে ইশ্বৰ দাতা ।
ইবৰ ৰহস্ত উদ্ধৰত কৈলা
আপুনি কৃষ্ণ দেৱতা ॥
শঙ্কৰ মাধৱ ৰাম দামোদৰ
বান্ধৱ গোপাল স্মৰি ।
তেবেসে নিস্তৰো চৰণত ধৰো
ডাকি বোলা হৰি হৰি ॥ ১৭৩

## পদ

মাধৱদেৱে গোপালক অসম দেশলৈ পাচে

এহিমতে শ্ৰীমন্তে মাধৱ সমন্বিতে।
থাকন্ত গোপাল দেৱ হৰি কথা মৃতে ॥
খণো খণো থাকা দেৱ দামোদৰ স্থানে।
সদা থাকা মাধৱ সহিতে সাৱধানে ॥ ১৭৪
ভক্ত সমে মাধৱ কৰন্ত আলোচন।
অসম দেশৰ প্ৰজা নিষ্ফল জীৱন ॥
শ্ৰীমন্তশঙ্কৰ মত বা শ্ৰীভাগৱত।
কোন জন যাইবা আৰ দেখাইবে লোকত ॥ ১৭৫
আনক পঠাইলে ইটো কাৰ্য্য নিসিজয়।
বংশীগোপালেসে আৰ অধিকাৰী হয় ॥
পৰম বৈৰাগী হয় গোপাল মহন্ত।
ইহাঙ্ক পাঞ্চিলে কাৰ কিবা নকৰন্ত ॥ ১৭৬
এহিমতে আলচিয়া থিৰ কৰি মনে।
বুলিবে লাগিলা তাঙ্ক মধুৰ বচনে ॥
শুনিয়োক গুৰু মোৰ এখানি বচন।
ইদেশত আছে যত যত লোক-জন ॥ ১৭৭
বিস্তৰে ভজিয়া আছে হৰিৰ চৰণ।
আন:পথে বিমুখেও আছে কতো জন ॥
অসম দেশৰ প্ৰজা নপাইলে সুপথ।
নজানিলে গীতা ভাগৱত মহা গ্ৰন্থ ॥ ১৭৮

শ্ৰীভাগৱত মত দেখাইবাক প্ৰতি।
চলিয়োক তুমি আমি দিল অনুমতি ॥
এক গুটি জীৱ তাৰি যি ফল লভয়।
ব্ৰহ্মাণ্ড দানেও তাৰ ৰেণু-সম নয় ॥ ১৭৯

নকৰিবা হেলা দুখ নকৰিবা মনে।
হৰি ভকতিৰ পথ দেখায়ো যতনে ॥
শ্ৰীশঙ্কৰো খেদ বিস্তৰ থাকিল।
হৰি হৰি অসমৰ প্ৰজা নতৰিল ॥ ১৮০

তোমাৰ জনম-ভূমি সেহি দেশে থান।
মঞি আছিলোহো তাতে কতোদিনমান ॥
পাৰা যে মাধৱ তুমি মোহোৰ পাচত।
একজন পাপি থৈবা অসম দেশত ॥ ১৮১

ইটো শঙ্কৰৰ আজ্ঞা মনত আছয়।
কৰিবাক নতু পাযো পাত্ৰ নাহিকয় ॥
ই খানি কৰিলে বাক্য বহে শঙ্কৰৰ।
কি কহিবো মই আৰ তোমাত বিস্তৰ। ১৮২

যি কালত বৰদয়া বিলয় গুৰিত।
আছিলাহা দণ্ড চাৰি শঙ্কৰ সহিত ॥
তোমাক বাখিবে হয় খুজিলা বহুত।
নপাইলা থাকিবে সঙ্গীৰেসে কাৰণত। ১৮৩

ক্ৰন্দন কৰিলা বহু শঙ্কৰক চাই।
পুনু আসিবাহা বুলি দিলন্ত পঠাই ॥

ধৰ্ম্ম লভিবাগা তুমি বুলিলা বচন।
সিসৱক আৰ ফল মিলিল এখন ॥ ১৮৪
দামোদৰদেৱৰ লৈলোঁতো অভিপ্ৰায়।
বৈষ্ণৱসৱৰ বাক্য মত সমুদায় ॥
শুনিয়া গোপালদেৱে দিলন্ত উত্তৰ।
অসম দেশত দুঃখ লভিছো বিস্তৰ ॥ ১৮৫
তোমৰা সবৰ সঙ্গে কালক গৱাঁই।
হৰি-কথা পান কৰি থাকিবো সদায় ॥
ইটো কথা শুনি মোৰ ভৈল অসন্তোষ।
বৈষ্ণৱৰ বাক্য নকৰিলে মহা দোষ ॥—১৮৬
কৰো কি নকৰো আৰে কি কৰো উপায়।
এক ভিতি গঙ্গা এক ভিতি মালাখাই ॥
গৈলে মন দুখ ৰৈলে আজ্ঞা-ছেদ হয়।
কি কৰিবো আৰে একো নাপাবো নিশ্চয় ॥ ১৯৭
এহি বুলি ৰহিলন্ত নিশ্চয় নকৰি।
বাৰম্বাৰে মাধৱে পাঞয় মৃদু কৰি ॥
গোপাল কিছুদিন অসম দেশত থাকি বৰপেটালৈ ঘূৰে আৰু গঙ্গা-তীৰ্থলৈ যায়
কতো দিন আছি পাছে আসিয়া গোপাল।
অসম দেশত আছিলন্ত কতোকাল ॥ ১৮৮
বৌধৰ নিমিত্তে পুত্ৰ পছিমক গৈল।
মাধৱ সহিতে পুত্ৰ বহু দিন ৰৈল ॥
সবে ভূঞা পাছে বাসুদেৱক পঠাইলা।
তেহে মাধৱত লোকে প্ৰাৰ্থনা জনাইলা ॥ ১৮৯
শুনি আতা মাধৱে পাঠিলা পুনৰ্ব্বাৰ।

যোৱা বাপু তুমি হিত চিন্তিয়ো প্ৰজাৰ ॥
দৃঢ় বাণী বোলে শ্ৰীমন্ত গোপাল।
গঙ্গা ক্ষেত্ৰ ফুৰি আসো আজ্ঞা ভৈলে ভাল ॥ ১৯০
শুনি অসন্তোষ মনে দিলন্ত মেলানি।
আসিবা কি নাসিবা কেমনে তাক জানি ॥
গঙ্গা-স্নান কৰি পুন্ন চান্দে মুখ চাই।
অৱশ্যে আসিবা তুমি ইথানে হুনাই ॥ ১৯১
ভাল বুলি সমস্তকে সম্বোধন কৰি।
লভিলা গোপাল দেৱ জয় কৃষ্ণ স্মৰি ॥
শঙ্খ ধ্বনি কৰিলন্ত বৈষ্ণৱসকল।
আগ বঢাই থৈলা কৰি মহা সুমঙ্গল ॥ ১৯২
এহিমতে দেৱ দামোদৰৰ সত্ৰত।
চাৰি দিন আজ্ঞা মাগিলা সাম্প্ৰত ॥
আজ্ঞা পুন্ন মাধৱৰ সদৃশ ভৈলেক।
পুনৰপি গৈয়া নমস্কাৰ কৰিলেক ॥ ১৯৩
তাহাসেৱা সুমঙ্গল শঙ্খ ধ্বনি কৰি।
আগ বাঢি থৈলা জয় জয় কৃষ্ণ স্মৰি ॥
এমন আনন্দে গৈয়া গোপাল মহন্ত।
কতিপয় দিনে গঙ্গাতীৰ উঠিলন্ত ॥ ১৯৪
সঙ্গে যোৱা বৈষ্ণৱসকল সমন্বিতে।
কুশলে ৰহিলা পাছে গঙ্গাৰ তীৰতে ॥
হৰি-পদ-জল বুলি অত্যন্ত আদৰি।

বিধিৱতে গঙ্গাৰ জলত স্নান কৰি ॥ ১৯৭
যিটো ঘাটে গঙ্গাৰ জলৰ তীক্ষ্ণধাৰ।
সেহি মতে বংশীধৰ ভৈলা পয়ো সাৰ ॥
কটিতট মজয়ো ক্ষেণেক তন্তি বৈলা।
স্তেৰে জল ধাৰ পাক ফুৰিবাক লৈলা ॥ ১৯৬
ফুৰি ফুৰি নাভি চৰাই হৃদয়ক আসে।
দেখি হাঁসি তাৰক উঠিলা বৰ ত্ৰাসে ॥
উঠিল মাত্ৰকে বহি গৈল পূৰ্ব্বৰতে।
তীৰত থাকিয়া দেখি আছয় পূৰ্ব্বতে ॥ ১৯৭
বৈষ্ণৱসকলে বোলে গঙ্গাৰ মহিমা।
দেখিলা সাক্ষাতে আৰো কি কহিবো সীমা।
এহি বংশীগোপাল পৰম মহাজন।
লভিয়া গঙ্গাৰ ভৈল উত্ৰাৱল মন ॥ ১৯৮
মহা মহা ভাগ্য আছে আমাৰ পূৰ্ব্বত।
গঙ্গা-স্নান কৰিলোহো আহান সঙ্গত ॥
এহি মতে আনো নানা বিধ ভুতি কৰি।
পুনু পুনু প্ৰণামিলা দণ্ডৱতে পড়ি ॥ ১৯৯
কতিপয় দিন তৈতে থাকিয়া গোপাল।
ভুঞ্জাইলা ব্ৰাহ্মণগণ আনি ভাল ভাল ॥
দানে-মানে সন্তোষ কৰিলা ব্ৰাহ্মণৰ।
বিপ্ৰ গণে আশীৰ্ব্বাদ দিলেক বিস্তৰ ॥ ২০০
যাৱে চন্দ্ৰ সূৰ্য্য ৰহে তাৱত তোমাৰ।

থাকোক শোভন কীৰ্ত্তি লোকত প্ৰচাৰ ॥
আনো তীৰ্থ-বাসীসৱে মহিমা শুনিয়া।
প্ৰণামিলা পৰি পৰি আপুনি আসিয়া ॥
শ্ৰীক্ষেত্ৰৰ পথৰপৰা প্ৰত্যাৱৰ্ত্তন
গঙ্গা তীৰ হন্তে পাছে ক্ষেত্ৰক লভিলা।
তিনি দিন পথ মাত্ৰ যাইবাক পাৰিলা ॥
জানু হন্তে দুয়ো পদ বৰ উসসিল।
শৰীৰে উঠিল জ্বৰ তাপত পীড়িল ॥ ২০২

মহা মন দুঃখ কৰি শয়ন কৰিলা।
স্বপ্নত ব্ৰাহ্মণে নিশা বুলিবে লাগিলা ॥
শুন শুন গোপাল বহুত দুঃখ পাইলি।
বৈষ্ণৱৰ বাক্য এৰি দুঃখক লভিলি ॥ ২০৩

দামোদৰ মাধৱ প্ৰমুখ্যে বৈষ্ণৱৰ।
আজ্ঞা যি শুনিলি সিটো মোহোৰ মনৰ ॥
আমিসি কৰিলো আজ্ঞা তাসম্বাৰ মুখে।
নকৰিলি নিমিত্তে পাইলেক মহা দুঃখে ॥ ২০৪

এখনো উলটি যাহা অসম দেশক।
প্ৰৱৰ্ত্তাইবা তুমি মোৰ ভকতি পথক ॥
আপুনি যাইবো মঞি তোহোৰ স্থানক।
মোহোৰ সুখক দেখি লভিবি সুখক ॥ ২০৫

যদি বোলা ভয়ু স্থানে দেখি আসো থাই।
কৰিবো বিঘিনি দুঃখ লভিবি দুনাই ॥
যিটো স্থানে কৰে মোৰ শ্ৰৱণ কীৰ্ত্তন।
সেইটো মোহোৰ থান থাকো সৰ্ব্বক্ষণ ॥ ২০৬

এহি বুলি নাহি দেখে তথাতে ব্ৰাহ্মণ।
জাগি দেখে শয়নত দেখিলো সপন॥
ক্ৰন্দন কৰিলা মনে বহু দুঃখ কৰি।
হা হা প্ৰভু কিসক বাধিলা মোক হৰি॥ ২০৭

তোমাৰ স্থানত থাকি সদায়ে তোমাক।
সেৱা কৰিবাক মোৰ গুচাইলা বাঞ্ছাক॥
স্বপ্নৰ কথাক পাছে কহিলা ভকতত।
তাসম্বাৰ বহু দুঃখ লাগিল মনত॥ ২০৮

নৰহৰি নামে এক বৈষ্ণৱ আছিলা।
স্বপ্নৰ কথাক শুনি বচন বুলিলা॥
স্বপ্ন হেন ইহাক দেখিব নলাগয়।
সাক্ষাতে কহিলা হেন কৃষ্ণ কৃপাময়॥ ২০৯

ইহাক কেমনে আসি বাধিবে যৱাই।
এতেকে উলটি খাইবো আমৰা দুনাই॥
এহি বুলি জগন্নাথ ক্ষেত্ৰ যি দিশত।
সি দিশক প্ৰণামিলা পৰি দণ্ডৱত॥ ২১০

ত্ৰাহি ত্ৰাহি জগন্নাথ দেৱকী-নন্দন।
তুৱা পদ-পঙ্কজত পশিলো শৰণ॥
দেশ কাল পৰিছিন্ন নাহিকে তোমাৰ।
তভো জগন্নাথ ক্ষেত্ৰ প্ৰখ্যাতি যাহাৰ॥ ২১১

তাক দেখিবাক প্ৰতি আসিলোহো স্বামী।
নেদিলা যাইবাক উলটিয়া যাঞ আমি॥

ইহ পৰলোকে সদা নেৰিবা আমাক।
যেমনে থাকিবে কৰি তোমাৰ সেৱাক॥ ২১২

তযু আজ্ঞা পালিবো যথাত থাকি তথা।
কিন্তু যদি যেন সত্য হয়ে তযু কথা॥
এহিমতে স্তুতি-নতি কৰিয়া বিস্তৰ।
আসিলা উলটি সেহি মতে বংশীধৰ॥ ২১৩

দামোদৰ-দেৱৰ সত্ৰত

দামোদৰ-দেৱেও অসমমলৈ যাবলৈ অনুমতি দিয়ে

পুনু গঙ্গা-স্নান কৰি ব্ৰাহ্মণ ভুঞ্জাইলা।
তৈৰপৰা আসি পুনু বৰপেটা পাইলা॥
দামোদৰ দেৱৰ সত্ৰত প্ৰৱেশিলা।
দামোদৰ পাৱে পৰি ক্ৰন্দন কৰিলা॥ ২১৪
দামোদৰদেৱে হাঁসি অশীৰ্ব্বাদ দিলা।
পথৰ বৃত্তান্ত যত সমস্তে কহিলা॥
শুনি দেৱ দামোদৰে প্ৰেমত মজিয়া।
বুলিলন্ত কতোক্ষণে হৰিক স্মৰিয়া॥ ২১৫

পৰম কৃপালু দেৱ কৃষ্ণ বিনে নাই।
আপুনি চিন্তিয়া হিত সম্ভৱ সদায়॥
এতেকে সন্তোষে মাত্ৰ কহয় যুগুতি।
কৃষ্ণ-কৃপা বিনে নোহে ভুকুতি-মুকুতি॥ ২১৬

ভাল বুলিলন্ত কোটি জগত তাৰিত।
পূৰ্ণ ব্ৰহ্মে অৱতাৰ ভৈলা দেৱকীত॥
অজ্ঞানীয়ো বোলে সুখ-দুঃখ দেখা যত।
আপুনি কৰিয়া পাছে আৱৰ কৃষ্ণত॥ ২১৭

কৃষ্ণ বিনে যত লোকে কি কৰিবে পাৰে।
সুখ-দুঃখ ফল-দাতা বৃক্ষেসে সৱাৰে॥
যেন অস্ত্ৰ শস্ত্ৰ আদি সাধন সকলে।
নানা কাৰ্য্য প্ৰৱৰ্ত্তয় পুৰুষৰ বলে॥ ২১৮

ব্ৰহ্মা আদি কৰি যত জীৱ জগতৰ।
অস্ত্ৰ শস্ত্ৰৰে সে সম জানিবা কৃষ্ণৰ॥
স্ৰজন পালন সংহাৰণ কৰ্ম্ম কৰি।
লীলা প্ৰয়োজনে প্ৰৱৰ্ত্তন্ত পুনু হৰি॥ ২১৯

ইসব অৰ্থৰ সাখী দেখিবাক প্ৰতি।
নলাগে বিচাৰ দেখিলাহা মহামতি॥
কৃষ্ণৰ ইছাত আমি মাধৱে সহিতে।
যি খানি বুলিছো তাক লাগয় কৰিতে॥ ২২০

মাধৱ দাসৰে মোৰে নাহি কিছু ভেদ।
আমাৰো সিদ্ধান্তে মাধৱৰো পৰিচ্ছেদ॥
আনো আনো কথা যিবা মাধৱে বোলয়।
তাতো মোৰ ভাল অনুমতিসে হৱয়॥ ২২১

এতেকে যায়োক তুমি অসম দেশক।
হৰি ভকতিৰ পথ দেখায়ো লোকক॥
এহি বুলি আশ্বাসিয়া ৰাখিলা সত্ৰত।
কতো দিন আছিলন্ত আনন্দে মনত॥ ২২২

মাধৱদেৱৰ সত্ৰত
মাধৱদেৱৰ আদেশত
গোপাল আৰু যদুমণি গুৰুৰ অসম যাত্ৰা

পাছে এক দিনা দামোদৰ আজ্ঞা ধৰি।
মাধৱৰ সত্ৰে গৈয়া ৰহিলা সাদৰি॥
আগহি শুনিয়া কথা যাত্ৰীৰ মুখত।
মাধৱৰ মহানন্দ মিলিছে মনত॥ ২২৩
আসিবাৰ দেখি হাসি প্ৰসন্ন বদনে
আশ্বাসিয়া পুছিলন্ত মধুৰ বচনে।
কৈলা তীৰ্থ-স্নান গৈলা জগন্নাথ স্থান।
গঙ্গা-জল প্ৰসাদ আনিছা বিদ্যমান॥ ২২৪

বাহিৰত তীৰ্থ কৃষ্ণ-কথা অন্তৰত।
হেন ৰুদ্ৰ-বাক্য কিবা ধৰিছা মনত॥
কৃষ্ণ কথা বিহীনৰ সিটো বাক্যচয়।
সৎসঙ্গ শূন্যক প্ৰতি কদ্ৰে বুলিছয়॥ ২২৫

বুলিবা শঙ্কৰো কেন তীৰ্থ-ক্ষেত্ৰ গৈলা।
শুনা শঙ্কৰৰ মনে যেন কথা ভৈলা॥
আমি যেন মতে প্ৰবৰ্ত্তিছো ভকতিত।
আনো সাধু এহি মতে লাগে জিজ্ঞাসিত॥ ২২৬

মঞি মাত্ৰ ধৰি আছো আনো ধৰা নাই।
কিবা এৱম্বিধ ভক্ত পাঞ ঠাই ঠাই॥
এহি গুণি জগন্নাথ ক্ষেত্ৰক গৈলন্ত।
ৰথ-যাত্ৰাসময়ত পায়া ৰহিলন্ত॥ ২২৭

বহু পাণ্ডা ৰথ জৰী ধৰি আলোড়য়।
তথাপিতো পদ মাত্ৰ নিবে নপাৰয়॥

ৰথৰ পাওৱায়ো বোলে নটানিবি ৰথ।
মস্তক দেখিতে ৰহিছন্ত জগন্নাথ॥ ২২৮
শঙ্কৰে বোলন্ত কিনো অদ্ভুত মহন্ত।
যাক দেখিবাক জগন্নাথ ৰহিছন্ত॥
এহি শুনি একদৃষ্টি নিৰেখি আচয়।
দেখে এক স্নান কৰি পুৰুষ আসয়॥ ২২৯
কটি-সূত্ৰধাৰী আতি তেজস্বী ভূষণ।
নমস্কাৰ কৰে পড়ি পড়ি প্ৰজাগণ॥
নামত চৈতন্য চন্দ্ৰ-কান্তি পূৰ্ণিমাৰ।
সৰ্ব্বলোকে জানে যাক হৰি-অৱতাৰ॥ ২৩০
পুৰুষ-লক্ষণ যুক্ত নাহিকে উপাম।
জয় জগন্নাথ বুলি কৰিলে প্ৰণাম॥
পাছে যাই আপোনাৰ থান পশি বৈলা।
জগন্নাথ ৰথ দড়দড়ি চলি গৈলা॥ ২৩১
ৰথ এৰি শঙ্কৰে তাহান স্থান পাই।
চুটলিয়া শুটি তেস্তে কহিলা বুঝাই॥
চুটলিয়া কহিলেক চৈতন্যৰ আগে।
বোলে আজি যাউক কালি আসিবাক লাগে॥ ২৩২
এহি শুনি পাছ দিনা গৈলেক শঙ্কৰ।
লাগ পাই,সম্বাদকো কৰিলা বিস্তৰ॥
আক বুলিলন্ত হন্ত শুনিয়ো শঙ্কৰ।
তযু মত বোলাই বৌধ হুইবেক বিস্তৰ॥ ২৩৩

তবু মত ধৰি নিস্তাৰিবে বহু লোক।
তৰ শুদ্ধ যশ-কীৰ্ত্তি জগতে থাকোক ॥
এহি মতে আশীৰ্ব্বাদ কৰিলা বিস্তৰ।
নমস্কাৰ কৰি পুনু আসিলা শঙ্কৰ ॥ ২৩৪

সেহিমতে আনো দেশ ঘূৰিয়া আসিলা।
ঠাৱে ঠাৱে সাধু পায়া পন্থ প্ৰমাণিলা ॥
এতেকে সৎসঙ্গ বিনে ভকতি নপাই।
সৎসঙ্গ লভিলে ফুৰিবাক কাৰ্য্য নাই ॥ ২৩৫

এহি মতে গোপাল মাধৱ দুয়োজন।
কতো দিন কথা-সুখে আছিলা সঘন ॥
পুনু পূৰ্ব্বৱতে তাঙ্ক আদেশ কৰিলা।
আসিবাক মনে এক জনক খুজিলা ॥ ২৩৬

মাধৱে বোলন্ত যদুমণি গুৰু যৱা।
কৃষ্ণৰ ভকতি পথ দুয়ো প্ৰৱৰ্ত্তৱা ॥
দুয়ো মহা বিশিষ্ট ব্ৰাহ্মণ ধৰ্ম্মশালী।
থাকিবাহা হৰি-ভক্তি পথ প্ৰতিপালি ॥ ২৩৭

মহা পুৰুষৰ ধৰ্ম্ম লোকত দেখাই।
একে প্ৰীতি থাকিবাহা কালক গৱাঁই ॥
যেন মতে জগতৰ কুশল মিলয়।
সুগম প্ৰকাৰে ভক্তি কহিবে লাগয় ॥ ২৩৮
সুগমতো সুগম লোকৰ হিতকৰ।
মহা শুদ্ধ ধৰ্ম্ম দেখাই আছয় শঙ্কৰ ॥

থাকিবাৰ নিয়ম শুনিয়ো আৰে তৈত।
বংশীগোপাল গুৰু থাকা যৈতে তৈত॥ ২৩৯
তহিকে তহিকে প্ৰতি ভূমি আসিবাহা।
তুমিয়ো ইহাঙ্ক দেখি মান্য কৰিবাহা॥
কদাচিতো যদুমণি গুৰুৰ থানক।
নযাইবাহা আগ বাঢ়ি ৰাখি মোৰ বাক॥ ২৪০
অন্যো অন্যে ভেদ ভাৱ অসূয়া মৎসৰ।
নেদিবা কৰিবে দুহন্তৰো ভকতৰ॥
তেবে সমস্তৰে হুইবে পৰম কুশল।
লভিবে ভকতি সুখ মহা সুনিৰ্ম্মল॥ ২৪১
যিটো দামোদৰ গুৰু সাধু মহাজন।
তেহে সমে আলচিয়া বুজিছো বচন॥
দামোদৰ দেৱৰ মোহোৰ নাহি ভেদ।
দুইহন্তৰো বাক্য ৰাখা দিলো পৰিছেদ॥ ২৪২
এহিমতে দুইহন্তৰ বচনক ধৰি।
দুয়ো সত্ৰ-ভক্তক পূজিলা সভা কৰি॥
দামোদৰ মাধৱৰ সত্ৰৰ ভকতে।
বাৰম্বাৰে হৰি ধ্বনি কৰি উৎসৱতে॥ ২৪৩
দুয়ো মহন্তৰ বাক্য ধৰিয়া মনতে।
লভিলন্ত কৰযোৰে কান্দিয়া প্ৰেমতে।
বৈষ্ণৱ সকলে সুমঙ্গলে শঙ্খ বাই।
আগ বঢ়াই কতো দূৰে দিলন্ত পঠাই॥ ২৪৪

যদুমণিদেৱ দেৱগোপাল মহন্ত।
এহিমতে অসম দেশক আসিলন্ত॥
শুনা সামাজিক মহা মহন্ত-চৰিত্ৰ।
মহা পাপ-নাশী পুণ্য ৰাশি দাতা নিত্ত॥ ২৪৫
দেখা দেখা বিষ্ণু-বৈষ্ণৱৰ কেন মন।
লোকক তাৰিতে সদা কৰন্ত যতন॥
কৃপালু দেৱতা কৃষ্ণ কৃপালু বৈষ্ণৱ।
দুইৰো কথা সঙ্গে ৰঙ্গে সবাৰো উৎসৱ॥ ২৪৬
শুনিলাহা দেৱ বংশী গোপাল মহন্ত।
গঙ্গাৰো আনন্দ দেৱ গোপাল সঙ্গত॥
নমো নমো কৃষ্ণ বংশী গোপাল চৰণে।
নেৰিবা সদায়ে মোক জীৱনে মৰণে॥ ২৪৭
তোমাৰ ভৃত্যৰ চৰণৰ কৃপা পাই।
পাইলো গীতা ভাগৱত ফুৰো তাকে গাই॥
ভজো ভজু পদ নৰময় মন মোৰ।
নপাই ভক্তি ৰস সেৱা এৰি ফুৰো চোৰ॥
থৈয়ো মোক সৎসঙ্গত মুখে তুৱা নাম।
চৰণে প্ৰেমত ভক্তি ৰৌক অবিশ্ৰাম॥
সভাসদ মনে মোক আশীৰ্ব্বাদ কৰি।
বদন ভৰিয়া ডাকি বোলা হৰি হৰি॥ ২৪৯

# ঝুমুড়ি

যদুমণিদেৱে আধলিয়া গ্ৰামত গোপাল-দেৱে কাঁহি-কুচিত সত্ৰ কৰে: ভূঞা সকলৰ সহায়

এহিমতে দুয়োজনে পৰম আনন্দ মনে ।
প্ৰৱেশিলা আসি যেৱে শুনিলেক লোক তেৱে ॥ ২৫০
ঠাৱে ঠাৱে বস্ত্ৰ লৈয়া নমস্কাৰ কৰে গৈয়া ।
যদুমণি দেৱে যাই আধলিয়া গ্ৰাম পাই ॥ ২৫১
ৰহিলন্ত সত্ৰ কৰি হৰিৰ ভকতি ধৰি ।
যৈতে যৈতে পাৱে যাক লাগিলন্ত শিখাইবাক । ২৫২
শুনা সবে সাধুনৰ দেৱ বংশী গোপালৰ ।
যৈতে যৈত যথা যথ যেন যেন ভৈল কথা ॥ ২৫৩
প্ৰথমতে নানা থান থাকি পাছে বিদ্যমান ।
কাঁহীকুচি গ্ৰাম পাই ৰহিলন্ত থান চাই ॥ ২৫৪
হৰি সেৱে মাত্ৰ নিতে কৰন্ত একান্ত চিত্তে ।
নাহি আন ব্যৱহাৰ কৃষ্ণ কথা মাত্ৰ সাৰ ॥ ২৫৫
এহিমত্তে আছো সবে সবেয়ো শুনিলো তেৱে ।
ভূঞা সবে আদৰিলা গৃহ-বাড়ী কৰি দিলা ॥ ২৫৬
ধন দিয়া মাটি কিনি ৰচিলন্ত পুষ্কৰিণী ।
কতো কতো গ্ৰামী জনে আনন্দ কৰিয়া মনে ॥ ২৫৭
আসি আসি পড়ি পাৱে নমস্কাৰ কৰি যাৱে ।
কতোহো শৰণ লৈয়া হৰিক ভজয় গৈয়া ॥ ২৫৮
ভাগৱত ভক্তি পৰ পূৰ্ব্ব পূৰ্ব্ব মহন্তৰ ।
সম্প্ৰদায়-কথা যত তাক কহে সমস্তত ॥ ২৫৯
সবৰো হোৱয় বোধ বৌধে শুনি কৰি ক্ৰোধ ।
গৃহস্থৰ ঘৰে ঘৰে ফুৰি ফুৰি বাধা কৰে ॥ ২৬০

বংশী গোপালৰ ঠাই কিপক তোমৰা যাই।
পূৰ্ব্বতো পুৰুষে তোৰ শিক্ষা ধৰি গৈলা মোৰ॥ ২৫১
কৰিলো আমৰা যত উপকাৰ নানা মত।
ন পাসৰিবিহি তাক দৃঢ় কৰি দিলো হাক॥ ২৬২
বংশী-গোপালৰ পাশ যাৱ যেৱে হৈবি নাশ।
এহি মতে বাধা শুনি কতো নাযাৱয় গুণি॥ ২৬৩
জানো মন্দ কৰি মাৰে ত্ৰাহি ভয় সবাহাৰে।
শুণি গাস্থি কতো জনে নিশ্চয় কৰিয়া মনে॥ ২৬৪
বৌধক নকৰি ভয় হৰিত শৰণ লয়।
দেৱ গোপালৰ মুখে শৰণ ভজন সুখে॥ ২৬৫
বুঝিয়া ভকতি ধৰে মহা সুখে ভৱ তৰে।
প্ৰভু বংশী গোপালৰ দুই পদ পঙ্কজৰ॥ ২৬৬
ধূলা যদি শিৰে ধৰে মহা পাপীসবো তৰে।
কোন জন আছে চাড় তাহাঙ্ক কৰিবে আৰ॥ ২৬৭
আকাশত সূৰ্য্য জ্বলে তাক যেন মেঘ বলে।
ঢাকি কিছু নপাৰয় ইও কথা তেন নয়। ২৬৮
সূৰ্য্য দেৱগোপালৰ বৌধে মেঘ পটন্তৰ।
বৌধ-বাদ অন্ধকাৰ তৰি লোক হোৱে পাৰ। ২৬৯
সূৰ্য্য-কান্তি গোপালৰ অনুগ্ৰহ চৰণৰ।
শিক্ষা চক্ষু তাপ পাই পাপ ভয় নাশ যাই॥ ২৭০
শুনা সামাজিক লোক আশীৰ্ব্বাদ কৰা মোক।
দেৱ গোপালক স্মৰি ডাকি বোলা হৰি হৰি॥ ২৭১

## পদ

গোপালদেৱ মহিমা আৰু বিভূতি-বৃদ্ধি

এহিমতে আৰে দেৱ গোপাল মহন্ত।
কত গুটি মান ভক্ত সঙ্গত থাকন্ত॥
সেহি বৎসৰতে অন্ন দুৰ্ভিক্ষ লোকৰ।
ভোজনক তণ্ডুল নাহিকে ভকতৰ॥ ২৭২
গুণন্ত গোপালদেৱ মনত বসিয়া।
কেমনে তণ্ডুল মিলে ভক্তক লাগিয়া॥
কিনিবাক বিত্ত নাই নপাঞো উপায়।
কেমনে পুষিয়া নাম গৱাইবো সদায়॥ ২৭৩
হৰিদেৱে যদি পোষে আপুনি ভক্তক।
তেবেবা ইবাৰ নেৰে ভকতে আমাক॥
এমনে মনত গুনি কিছো চিন্তা কৰি।
একদিনা একেশ্বৰে আছা হৰি স্মৰি॥ ২৭৪
স্বীয় স্বীয় কাৰ্য্যে পঠাই আছা বৈষ্ণৱক।
সেহি সময়ত দেখিলন্ত ব্ৰাহ্মণক॥
অত্যন্ত বিশিষ্ট মূৰ্ত্তি দেখিতে সুঠান।
অতিশয় তেজস্বী অগনি বিদ্যমান॥ ২৭৫
দেখিয়া গোপালে উঠিলন্ত গায়চালি।
ধীৰে ধীৰে বিপ্রে মাতিলন্ত আশা পালি॥
কৈৰপৰা আসা তুমি উত্তম ব্ৰাহ্মণ।
কৈত থাকা কিবা নাম কিবা প্ৰয়োজন॥ ২৭৬

এহি বুলি কৰজোৰে থাকিলা গোপাল।
ব্ৰাহ্মণে বোলন্ত মোক ভুঞ্জায়ো সকাল॥
ক্ষুধায়ে পীড়িত মঞি ভৈলো শীঘ্ৰ কৰ।
শুনি গুণি বুলিলন্ত দুঃখত মনৰ॥ ২৭৭

কোন কৰ্ম্ম কৰো আৰে কৈক লাগি যাওঁ।
শিষ্ট বিপ্ৰ ভুঞ্জাইবে তণ্ডুল কৈত পাওঁ॥
ভোজনৰ অৱশিষ্ট তণ্ডুল আছয়।
এনয়া বিপ্ৰকে ভুঞ্জাইবাক যোগ্য নয়॥ ২৭৮

ব্ৰাহ্মণে বোলন্ত কেনে দুখ কৰা মনে।
অৱশিষ্ট তণ্ডুলক ভুঞ্জায়ো এখনে॥
হেলা কৰা দেখো হেন পাতি আলজাল।
যদি হেন নাহি তেবে ভুঞ্জায়ো সকাল॥ ২৭৯

আতি ক্ষুধাতৰ মঞি বৰ দুখ পাওঁ।
নেদা যেবে থাকা তেবে মঞি উঠি যাওঁ॥
ব্ৰাহ্মণৰ বাণী খৰ তৰ শুনি হেন।
খৰি-খুটি পাণী-পাত আনিলা তেখন॥ ২৮০

পাতিলা পাডিয়া দিলা ব্ৰাহ্মণে ৰান্ধিলা।
সিদ্ধ অন্ন পাত্ৰে বাঢ়ি ভুঞ্জিবে বসিলা।
গোপালে বোলন্ত মঞি ব্ৰহ্মণ ভুঞ্জাই।
দিবে লাগি একখানি বস্ত্ৰ আনো যাই॥ ২৮১

এহি বুলি চলি গৈলা সমীপ গৃহক।
একখানি বস্ত্ৰ লৈয়া আসিলা স্থানক॥

আসি দেখে থানত নাহিকে বিপ্ৰবৰ।
কোন ভিতি গৈল বুলি কৰিলা বিচাৰ॥ ২৮২

পদূলীৰ দুই ভিতি ফুৰি বিচাৰিলা।
এহি পথে গৈল বুলি কেহো নমানিলা॥
উলটি আসিয়া পুনু থান নিৰেখিলা।
থৰি সুপূৰিল চক কালি নপৰিলা॥ ২৮৩

পাত্ৰে নাই কিছু চিহ্ন অন্ন থাকিবাৰ।
কেৱলে নাহিকে চিহ্ন অন্ন ৰান্ধিবাৰ॥
পাছে দেৱ গোপালৰ বাঢিলেক ভাৱ।
জয় জয় কৃষ্ণ বুলি দিলা আৰ্ত্তৰাৱ॥ ২৮৪

দণ্ডৱতে পৰি প্ৰেমে বাগৰি ফুৰিলা।
পুনু পুনু উঠি উঠি পৰি পণামিলা॥
প্ৰেম ভৰে খণো খণো থমকি থাকয়।
দুয়ো নয়নৰ ধাৰে লোতক ঝুৰয়॥ ২৮৫

খণো গদ গদ বাক্যে স্তুতি কৰি থাকে।
খনো বাহু তুলি কৃষ্ণ কৃষ্ণ বুলি ডাকে॥
খনো মৌন হুয়া থাকে কেৱলে নমাতি।
কৃষ্ণ-পদ-পঙ্কজত মজি প্ৰেমে আতি॥ ২৮৬

প্ৰেমানন্দ সমুদ্ৰত সমূলি মজিলা।
দেহা দৈহিকক অনু মাত্ৰো নস্মৰিলা॥
পাছে কতো ক্ষণে নিজ চেতনক পাই।
ক্ৰন্দন কৰিলা বহু গুণক বৰ্ণাই॥ ২৮৭

হে কৃষ্ণ কৃষ্ণ মোৰ প্ৰভু ইষ্ট দেৱ।
তুমি বিনে ভকতবৎসল নাহি কেৱ॥
দেৱৰো দেৱতা তুমি পৰম ঈশ্বৰ।
ভকতৰ সদা প্ৰাণ-ধন ইষ্টকৰ॥ ২৮৮

বাৰম্বাৰ পালি মোক কৃপা সৰ্ব্বদায়।
সচেতে সপোনে দেখা দিলা ঠাই ঠাই॥
এহি মানে কাতৰ কৰোহো তযু পায়।
ইহ পৰলোকে মোক নেৰিবা সদায়॥ ২৮৯

এহি মতে আনো স্তুতি কৰিলা বিস্তৰ।
প্ৰেমে উত্ৰাৱল চিত্ত দেৱ গোপালৰ॥
সমীপৰ গৃহীসৱ আসিলা খেদিয়া।
বিস্ময় ভৈলেক কথা সাম্প্ৰতে দেখিয়া॥ ২৯০

সঙ্গৰো বৈষ্ণৱে আসি বৃত্তান্ত শুনিলা।
মহা খেদ কৰি মনে বিস্ময় লভিলা॥
সেই দিনা নিশা শয়নত বিপ্ৰহৰি।
ধৰা ধৰা গোপাল বুলিলা হাস্য কৰি॥ ২৯১

মধ্যাহ্নত তুমি মোক কৰাইলা ভোজন।
তাৰ ফল দিবো আৱে লৈয়োক এখন॥
নকৰিবা চিন্তা তুমি দ্ৰব্যক লাগিয়া।
দিবোহো সদায়ে মই আপুনি আনিয়া॥ ২৯২

এহি বুলি তৃতীয় অঞ্জলি তণ্ডুলক।
দিয়া গৈল পুনু নেদেখিলা ব্ৰাহ্মণক॥

পাছে সেই তণ্ডুলক বস্ত্ৰত বান্ধিলা।
থঞো নিয়া বুলি দাণ্ডিবাকো ন পাৰিলা॥ ২৯৩
পাছে শুনি বিস্ময় ভৈলেক গোপালৰ।
তিনি আঞ্জলিতে চাউল দিলন্ত বিস্তৰ॥
ব্ৰাহ্মণৰ মহিমা আছয় বহুতৰ।
অন্ন হেন দেখাই দিবে পাৰয় বিস্তৰ॥ ২৯৪
এমন ব্ৰাহ্মণ মঞি নতু দেখি শুনি।
মহিমা কৰিয়া চাউল দি গৈলা আপুনি॥
এহিমতে বিস্ময় কৰন্তে লাগিলন্ত।
পুনু বৰ প্ৰেমে হৰি স্মৰি থাকিলন্ত॥ ২৯৫
স্নান কৰি কহিলন্ত স্বপ্ন-দৃষ্টি যথা।
বৈষ্ণৱ সকলে ফলিতাক দিল তথা॥
পাছ দিনা হন্তে বহু মহিমা হৈলেক।
সকল দেশৰ লোক আসিবে লৈলেক॥ ২৯৬
তণ্ডুল ডাইল আদি দ্ৰব্য ভোজনৰ।
লৈয়া আসে সদা ছেদ নাহিকে লোকৰ॥
কতো কতো স্বৰ্ণ-ৰজত বস্ত্ৰচয়।
আনি আগে থৈয়া কৃষ্ণ চৰণে ভজয়॥ ২৯৭
কতো আসে কতো যাৱে শাৰী শাৰী জন।
ঝুমা-ঝুমে লয়ে হৰি চৰণে শৰণ॥
সঙ্গতো সদায়ে ভৈল ভকত বিস্তৰ।
দিনে দিনে অনুৰাগ চড়য় লোকৰ॥ ২৯৮

ৰাম কন্দলীয়ে নিতে পঢ়ি ভাগৱত।
বলভদ্ৰ আতা আনো অনেক ভকত ॥
শুনি থাকে দেৱক আৱৰি সৰ্ব্বদায়।
নাম কীৰ্ত্তনৰ ধ্বনি বহু দূৰ যাই ॥ ২৯৯
হৰি-কথা ৰসে মজি শ্ৰীমন্ত গোপাল।
নজানন্ত যেন আনন্দত দিন কাল ॥
শ্ৰীকৃষ্ণদেৱ ভৈলা যাহাৰ প্ৰসন্ন।
তাহান মহিমা কহিবেক কোন জন ॥ ৩০০
এহি মতে সম্পত্তি মহিমা যেবে ভৈল।
দেৱ গোপালৰ মনে অসন্তোষ হৈল ॥
হা কৃষ্ণ দেৱ কিনো কৰিলা বিপত্তি।
নপাবো কৰিবে আবে তোমাৰ ভকতি ॥ ৩০১
কৰি আছো মাত্ৰ তযু চৰণত আশ।
কিসক জঞ্জাল দিয়া কৰাহা নিৰাশা ॥
যিটো কায়-বাক্য-মনে ভজিছো তোমাক।
সিটো জনে কদাচিতো নবাঞ্ছে ইহাক ॥ ৩০২
সম্পত্তি সকলো বিঘ্নি তোমাৰ সেৱাত।
নবাঞ্ছোহো তাক তুমি নেদিবা সাক্ষাত ॥
যেমনে বৈষ্ণৱ সমে তযু গুণগান।
থাকিবো সদায়ে কৰি শ্ৰৱণ-কীৰ্ত্তন ॥ ৩০৩
এহিমতে বিষয়-সুখত বিৰকত।
কৃষ্ণ-সেৱা-সুখ মাত্ৰ সদা অনুৰত ॥

যত যত লোক আসে তাহান সত্ৰক।
যত যোগ্য সম্বোধি পঠায়ে সমস্তক॥ ৩০৪

বৌধসকলৰ শত্ৰুতা আচৰণ
দেখিল মাত্ৰকে হোৱে সবাৰো সন্তোষ।
এৱে বোধ বিনে কেহো নকহয় দোষ॥
বাহু গুৰু আৰ মাঝে ভৈল উসমিস।
মুখত অমৃত হৃদয়ত অগ্নি বিষ॥ ৩০৫

কৈক লাগি যাওঁ আবে কোন কৰ্ম্ম কৰো।
গোপালক মাৰো কিবা আমি সবে মৰো॥
গোপাল আমাৰ আসি ভৈল যমকাল।
সবে শিষ্য নিয়ে আমাসাৰ নাহি ভাল॥ ৩০৬

এহি বুলি মৎস্য সাজি সৰক ভেটিলা।
দেখিল মাত্ৰকে দেৱে চিনিয়া ভেজিলা॥
তাক দেখি সৰ্ব্ব লোক ভৈলেক বিস্ময়।
দেৱ গোপালক লোকে পৰীক্ষা কৰয়॥ ৩০৭

ভাণ্ড মুখে গুড় দিয়া অভক্ষ্য আনিলে।
তাক দেখিলন্তে তিনি ভেখেন ভেজিলে॥
সূৰ্য্য যাক উদয়ত সবাৰে হৰিষ।
তস্কৰকুন্দ(?) মাধে যেন বহ্নি বিষ॥ ৩০৮

তাহাৰ নগৰে এক কপটি ব্ৰাহ্মণে।
সেৱা ছলে আসে বাৱে মাৰিবাক মনে॥
এক দিনা স্বপ্নত বুলিলা বিপ্ৰে বাণী।
কালি পুৱা বিষ দিয়া গব্য ভাণ্ড আনি ৩০৯

এক বিপ্ৰে দিবে ডাক নাখাইবা গোপাল।
খাইলে নৰিবাহা জানি কহিলো হো ভাল॥
জাগি স্নান কৰি প্ৰভু সভাত বসিলা।
তেখনে কপটী বিপ্ৰে গব্য আনি দিলা॥ ৩১০
আগে দুগ্ধ খৈয়া দণ্ডৱতে প্ৰণামিলা।
বহু স্তুতি-নতি কৰি বসিয়া প্ৰাৰ্থিলা॥
প্ৰভুক দুগ্ধক পাগি আনিছো নিশ্চয়।
ই যদি দেৱত লাগে মোৰ ভাগ্য হয়॥ ৩১১
কতবা জন্মৰ ভাগ্যে তোমাক লভিলো।
তযু পদ ধূলায়ে জন্মক সাফলিলো॥
গোপালে বোলন্ত গব্য কাকো নিদিবাহা।
খুজিলেসে মোক মাত্ৰ দেখায়া দিবাহা॥ ৩১২
পাছে পৰ বেলা সমাজত গব্য আনি।
ৰঘু কহি কুত্তাক খুৱাইলা কতখানি
ক্ষেণেকতে কম্পি কম্পি কুত্তা মৰিলেক।
আঠিয়া কদলী মূলে ভাণ্ড বাকিলেক॥ ৩১৩
তেখনে কদলী ভৈল অগ্নি-দগ্ধ ঠান।
দেখিয়া দেৱক সৱে কৰিলা সম্মান॥
কৃষ্ণৰ কৃপায়ে দেৱ বংশীগোপালক।
ৰাখিলন্ত নিস্তাৰিবে আমাৰা সবক॥ ৩১৪
এহিমতে বৌধ সৱে কৰিলা বিস্তৰে।
নকহো তাহাক পদ বাহুল্যক ডৰে॥

নাম বিষ্ণু ভাৰতী মোহোৰ পিতামহ ।
পাই দেৱ গোপালৰ পদ-অনুগ্রহ ॥ ৩১৫
শিষ্য নিয়ে দেখি দেৱ গোপালৰ ঠাই ।
তাহাঙ্কো মৰিবে প্রতি বৌধে গৈলা ধাই ।
ক্ষণিকৰ আগে জানি পলাই অন্তৰিল ।
নিশা গৃহ পশি বৌধে নপাই নিবৰ্ত্তিল ॥ ৩১৬
সেহি দিনা সিও কথা শুনিলা গোপাল ।
আতি স্নেহে বিস্তৰ কৰিলা তালফাল ॥
মোৰ অৰ্থে দুঃখ ঠাই ঠাই ভকতৰ ।
তেবেসে তৰয় যদি কৃপা ঈশ্বৰৰ ॥ ৩১৭
জকাইচুকা দেশে বড লস্কৰ আছয় ।
তাঙ্কো বুলিলন্ত প্রভু বচন বিনয় ॥
বিষ্ণু ভাৰতীক ভাল মতে ৰাখিবাহা ।
বৌধে যেন নমাৰয় প্রতি পালিবাহা ॥ ৩১৮
আনো দেশে দেশে যত বৈষ্ণৱ আছিলা ।
সবাকো ৰাখিবে ভূয়াঁসৱক পাৰ্ছিলা ॥
এহিমতে বংশীধৰদেৱ যেবে আছে ।
বৌধসৱে ঠায়ে বসি আলচয় পাছে ॥ ৩১৯
বিষতো ৰাখিলা কৃষ্ণে বংশীগোপালক ।
পিতিৱ (?) আনিলে আবে আমৰাসৱক ॥
মহিমা শুনিয়া বংশীগোপালৰ ঠাই ।
আমাক এড়িয়া সৱে শিষ্য মানে যাই ॥ ৩২০

বিচাৰি নপাই পাছে উপায়ক আৰ।
যেন তেনে পাৰা নিশা বেঢ়ি-খুঁজি যাৰ।
এহি কথা ঠাই ঠাই বোধে আলচয়।
কণা-কণি শুনি সবে ভূঞা ভৈলা ভয়। ৩২১

বাৰভূঞা সকলে বংশী-গোপালক কলাবাৰীত সত্ৰ পাতে

কোনোবা পাষণ্ডে জোনো দেৱক মাৰয়॥
কোনখানি কৰিলে আমাৰ যোগ্য হয়।
সেহি বেলা বৰদলৈ বোলে সমস্তক।
সবে ভূঞা আনিছোহো দেৱ গোপালক॥ ৩২২
এতেকে ইথানে আমি এক সত্ৰ কৰি।
আনিবোহো আগবঢাই দেৱক সাদৰি।
তামুলি দলৈয়ে বোলে ইটো কথা ভাল।
আনিলে আসিবা প্ৰভু শ্ৰীমন্ত গোপাল॥ ৩২৩
এহি বুলি বাহ্ৰু ভূঞা আলচি কাৰ্য্যক।
কলাবাৰী গ্ৰামে গৈয়া কৰিলা সত্ৰক॥
বৰদলৈ ভূঞা সমে আগ বাঢি আসি।
নিলা দেৱ গোপালক আদৰি আশ্বাসি॥ ৩২৪
কত গুটি ভক্ত মাত্ৰ সত্ৰত থৈলন্ত।
শুভক্ষণে কাঁহীকুচি হন্তে লৰিলন্ত॥
যাহান্তে পথত ভৈল মহা মহোৎসৱ।
হুয়ো ভিতি পথৰ তুমুল শুনি ৰৱ॥ ৩২৫
কতো কতো শঙ্খ বাৰে মৃদঙ্গ অপাৰ।
পথে পথে স্ত্ৰী সৱৰ উৰুলি জোকাৰ।

কতো শিঙ্গা কতো ঢোল ভৱল বাৱয় ।
গীতা ভাগৱত শাস্ত্ৰ পণ্ডিতে পঢ়য় ॥ ৩২৬

কতো তাল বাৱে কতো চাপৰি বজাই ।
বৈষ্ণৱ সকলে বেঢি হৰি-নাম গাই ॥
মধ্যে দেৱগোপাল চৌভিতি প্ৰজা যাই ।
জয় জয় কৃষ্ণ বুলি আনন্দ বঢাই ॥ ৩২৭

এহিমতে মহোৎসৱে পশিলা সত্ৰত ।
যেন পূৰ্ণ চন্দ্ৰ জ্বলে গগন মধ্যত ॥
যতেক সম্ভাৰ বস্তু মেলাইলা তেথনে ।
বিলাইলন্ত সমস্তৰ সন্তোষিয়া মনে ॥ ৩২৮

ভূঞাসৱে প্ৰণামিয়া দণ্ডৱতে পৰি ।
আজ্ঞা লৈয়া গৈলা থানে থানে যানে চড়ি ॥
কলাবাৰীত এহিমতে কলাবাডী থানে কতো কাল ।
ভক্তিৰ চল থাকি ভক্তি প্ৰৱৰ্ত্তাইলা শ্ৰীমন্ত গোপাল ॥ ৩২৯

দিনে দিনে মহোৎসৱ মিলয় সত্ৰত ।
প্ৰজাৰ আন্দোল হৰি-নাম কীৰ্ত্তনত ॥
সাত কুৰি বৈষ্ণৱ সদায় প্ৰসঙ্গত ।
থাকয় আৱৰি সৱে কৃষ্ণ কথা যত ॥ ৩৩০

বত্নাকৰ কন্দলিয়ে পঢে ভাগৱত ।
ভূঞা পুত্ৰ অনিৰুদ্ধ পদৰ পাঠক ॥
হিজুলীয়া যদুমণি গীত জগাৱয় ।
জগন্নাথ সমে আষ্ট বৈষ্ণৱে ধৰয় ॥ ৩৩১

মুৰাৰী বোগয় পদ পালি ছয়জন।
তিনি বেলা তিনি ওঝা নামৰ কীৰ্ত্তন॥
এহিমতে কৃষ্ণ-কথা নিতান্তে কৰয়।
দেৱ সমে ভকতৰ আনন্দ চড়য়॥ ৩৩২
এক দিনা ব্যৱচ্ছেদ নাহিকে প্ৰচাৰ।
যুথে যুথে কৃষ্ণত কৰাৱে নমস্কাৰ॥
দেৱৰি ভাণ্ডাৰী সব যতেক আছয়।
সদায় সম্ভ্ৰম ভোজনক নপাৱয়॥ ৩৩৩
বৌধসৰে আসে যাৱে পাছ গুণি গুণি।
হৰিত শৰণ পাছে পশিল আপুনি॥
দানে মানে সন্তোষি সৱাকো পঠাৱয়।
পুন্থ শিষ্য মানে আনি আপুনি দিৱয়॥ ৩৩৪
পাছে দেৱ গোপাল পৰম মহাজন।
কাহাৰো মাঙ্গক আৰ নকৰিলা ছয়॥
যাৰ যাৰ যত শিষ্য সৱে ভাক দিয়া।
পঠাৱন্ত সিয়ো যাৱে আনন্দ কৰিয়া॥ ৩৩৫
ভাবেপৰা বিবাদ কৰন্তা নাহি কেৱ।
অসূয়া-মৎসৰ এৰি সৱে কৰ সেৱ॥
মহাজন দুখী ভিক্ষী বড়ুৱা পণ্ডিত।
আনো জন-সমস্তৰ বড়িলন্ত চিত্ত॥ ৩৩৬
বহুমণিদেৱ আতা হন্তে যাই যাই।
দেৱ বংশীগোপালৰে হৱে একে ঠাই॥

দুই তিনি দিন থাকে এক সঙ্গে বসি।
গগন-মণ্ডলে যেন জ্বলে পূর্ণ শশী ॥ ৩৩৭

চতুৰ্ভিত্তি বেঢ়ি থাকে দুইহানো ভকতে।
ঘনে ঘনে হৰি-ধ্বনি কৰে উৎসৱতে ॥
দুয়ো থাকা পূৰ্ব্ব মহন্তৰ কথা তুলি।
ভকতৰো মন থাকে আনন্দতে ভুলি ॥ ৩৩৮

খনো খনো আনন্দতে প্ৰীতি বাঢ়ি যাই।
তিনি চাৰি দিনে শুন হৱে ক্ষণ প্ৰায় ॥
পুনু আজ্ঞা লৈয়া চলি যাহান্ত গৃহক।
আগ বঢ়াই থৰে ভক্তে বজাইয়া শঙ্খক ॥ ৩৩৯

এহি মতে বহু দিন থাকিয়া তথাত।
ভক্ত সঙ্গে প্ৰৱৰ্ত্তাইলা কৃষ্ণ দেৱতাত ॥
যেহেনে শৰতে চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশ।
নাহি কিছো মেঘ বৃষ্টি গৰ্জ্জন বতাস ॥ ৩৪০

তেমনে নাশিল বৌধ পাষণ্ড কুপথ।
প্ৰকাশিল ভক্ত ভক্তি ভাগৱত গ্ৰন্থ ॥
ভক্তলাৰ ভয় দেখি শ্ৰীমন্ত গোপাল।
দুয়োখান সত্ৰক নেদেখি আতি ভাল ॥ ৩৪১

ডুফলাৰ
দ্বাৰা
ডেৰবৰা-
পাৰত সত্ৰ
স্থাপন,
দুৰ্বালী
গোঁসাই
আৰু সুন্দৰ
গোঁসাইৰ
সহায়

লোহিতৰ সন্নিহিতে থান বিচাৰিলা।
ডেৰেৰাপাৰত পাছে সত্ৰক কৰিলা॥
যেন মহোৎসৱে কাঁহীকুচি হন্তে গৈলা।
সেহিমতে ডেৰেৰা পাৰত চলি গৈলা॥ ৩৪২
অধিকাৰী সৱে লাগ লৈলা আড়ম্বৰে।
হয় হস্তী পদাতী চলয় বহুতৰে॥
পথে পথে বহু গৃহী পূজিলা সাদৰে।
হৰি ধ্বনি জয়-ধ্বনি শুনি নিৰন্তৰে॥ ৩৪৩
মোৰ মাতামহ হৃষীকেশ মহা ভাগ।
বহু শিষ্য সমে তেহে ধৰিলন্ত লাগ॥
দণ্ডৱতে পৰি দুয়ো চৰণত ধৰি।
স্তুতি নতি কৰিলন্ত পূজিয়া সাদৰি॥ ৩৪৪

বাসুদেৱ বোধে যথা মাৰিবে খুজিলা।
তাক স্মৰি দেৱে খেদ বিস্তৰ কৰিলা॥
সেহি পথ গৈয়া পাছ ডেৰেৰা পাৰত।
মহা আড়ম্বৰে গৈয়া পশিলা সত্ৰত॥ ৩৪৫

পশিবাৰ বেলি বহু বাদ্যক বজাই।
জয় জয় হৰি ধ্বনি কৰে ঠাই ঠাই॥
তণ্ডুল কদলী ইক্ষু তম্বুল পৰ্ণক।
মাস মুগ আদি বস্তু দিলা সমস্তক॥ ৩৪৬

আজ্ঞা মাগিয়া সৱে স্থানে স্থানে গৈলা।
সঙ্গী ভক্ত সমে প্ৰভু সত্ৰ ভৰি ৰৈলা॥

শুনা সামাজিক বিষ্ণু বৈষ্ণৱ চৰিত্ৰ।
যাক শুনি হয় মহা পাপীও পৱিত্ৰ ॥ ৩৪৭

যাহাক দেখিলে ভবে তিনিও জগত।
তাহান কথাত কোনে নকৰিবে ৰত ॥
সপনে-সচেতে যাক নচাৰন্ত হৰি।
তানে চৰিত্ৰক সুশুনিবা কেনে কৰি ॥ ৩৪৮

হে কৃষ্ণ কৃষ্ণ বংশী গোপাল মাধৱ।
ইহ পৰলোকে মোৰ তুমি সে বান্ধৱ ॥
যিটো বনমলীদেৱ তোমাৰ কিঙ্কৰ।
তাহান কৃপাত ভাগ্য মঞি সুখিতৰ ॥ ৩৪৯

মঞি কৈৰ অধম কৈভবা ভাগৱত।
তভো তাক ব্যখ্যা কৰি তান প্ৰসাদত ॥
পদ্ম পুৰাণৰ পদ উত্তৰা খণ্ডৰ।
বৈষ্ণৱামৃতৰ পদ গোবিন্দ স্তোত্ৰৰ ॥ ৩৫০

প্ৰথম স্কন্ধৰ পদ চাৰি অধ্যায়ৰ।
আৰু যিবা কৰি আছো গ্ৰন্থক অপৰ ॥
সবে বন মালী দেৱৰেসে প্ৰসাদত।
আশীৰ্ব্বাদ দিলা মোক হস্ত দি শিৰত ॥ ৩৫১

এতেকে সদায়ে মোৰ তাহান পাৱত।
কোটি কোটি নমস্কাৰ থাকোক সতত ॥
হৰিত ভকতি সাধু সঙ্গ মুখে নাম।
বহোক সদায়ে ডাকি বোলা ৰাম ৰাম ॥ ৩৫২

# দুলড়ি

এহিমতে ৰহি ভেৰেৰা পাৰত
শ্ৰীমন্ত দেৱ গোপাল।
ভূমিক প্ৰমাণি কাষ্ঠ বাংশ আনি
কৰাইলন্ত সত্ৰ শাল॥
ভণ্ডাৰী গোঁহাই সৈন্তক দিলেক
সুন্দৰ গোঁহাই আসি।
অসম ৰজাৰ হুয়ো মহা পাত্ৰ
ৰচিলা স্থান প্ৰকাশি॥ ৩৫৩
এখানি পুষ্কৰ্ণী ভণ্ডাৰী কৰিলে
এখানি দেৱ গোপাল।
তাহাৰ পাশতে আপুনাৰ মতে
গৃহক কৰাইল ভাল।
সিটো থানে বহু ভক্ত পয়োত্তৰ
ভৈল দেৱ গোপালৰ।
তেহু কুৰি ভক্তে প্ৰসঙ্গ কৰয়
বাজখৰা নিৰন্তৰ॥ ৩৫৪
উৎসৱ কৰিয়া সত্ৰক ভৰিয়া
কৰয় নাম-কীৰ্ত্তন।
তাৰ ধ্বনি যাই স্বৰ্গকো লঙ্ঘয়
ভনন্তা যো হৰে মন॥

নাম কীর্ত্তনত আনন্দ রসত
অধিকে আনন্দ মন।
কতো উচ্চ করি ডাকে কৃষ্ণ হরি
বাগরয় কতো জন॥ ৩৫৫
কতো গেড়ি পারে কতো বীণা বারে
কতো হাত তুলি নাচে।
কতো ডের মারে কতো প্রেমে কান্দে
কতো বস্ত্র বান্ধে কাছে॥
এহিমতে নিতে নাম-মহোৎসরে
তিনিও প্রসঙ্গ হয়।
তার রস পাই ভক্তর সদায়
কৃষ্ণত প্রীতি বাঢ়য়॥ ৩৫৬
নাম অৱসানে শ্রীধর কন্দলী
শ্রীভাগৱত কহে।
দেৱ গোপালর বৈষ্ণৱসৱর
প্রেমত লোতক বহে॥
অনেক মহন্ত কথাগ্রাহী সন্ত
সৱে শুদ্ধ ব্রহ্মচারী।
ব্রহ্মার মনত বেদে যেন মত
থাকে হয়া মূর্ত্তি ধরি॥ ৩৫৭
অনেক দেশর লোক নিরন্তর
আসে-যাৱে শারী শারী॥

হিঙ্গুলীয়া যদুমণি আৰু ভূঞাৰ পুত্ৰ অনিৰুদ্ধক ত্যাগ

নিতান্তে চণ্ডয় যতেক আসয়
সিদ্ধান্তো দিবে নপাৰি ॥
এক দিনা এক জনে কহিলেক
একাদশী দিনা পাই ।
যদুমণি অনি -ৰুদ্ধে দুয়োজনে
মৎস্যে সমে অন্ন খাই ॥ ৩৫৮

শুনি দুইকো মাতি পুছিলন্ত দেৱে
দুয়ো মিথ্যা মাতিলেক ।
শপতো কৰিল দেখি দুইৰো কথা
জিজ্ঞাসিবে থাকিলেক ॥
দ্বাৰ বান্ধি অন্ন খায়য় এদিনা
দ্বাৰ ভাঙ্গি পশিলন্ত ।
দেখি পাছে দুইকো সত্ৰৰো হাটিৰো
বাঝ কৰি খেদাইলন্ত ॥ ৩৫৯

ভক্তে বাৰম্বাৰ মাতিলতো আৰ
নেদিল খান দুনাই ।
সেহি অপমানে গৈয়া দুয়ো জনে
প্ৰবেশিলা আন ঠাই ॥
সেই দিনা হন্তে নিয়ম কৰিয়া
সবাকে আগে কহন্ত ।
এক দিনা হয় আতা মাধৱক
শঙ্কৰে বাক্য বোলন্ত ॥ ৩৬০

নিথ্যা নমাতিবা স্বৰূপ কহিবা
আজি একাদশী দিনা।
মাধৱৰ মাত্ৰ প্ৰসন্ন বদন
সবাৰো মলিন মন ॥
মাধৱে বোলন্ত কালি উপবাসে
থাকিলো আমি পড়িয়া ॥
আজি উঠি গৈয়া এপহ তণ্ডুল
আসিলো মাত্ৰ ভুঞ্জিয়া ॥ ৩৬১

শঙ্কৰ বদন্তি মাধৱৰ মতি
জানিলো যেন গহন ।
তুমি যে ধৈৰ্যক ধৰিবে নপাৰা
ধৰিবেক কোন জন ॥
দেৱ দামোদৰে সভাত থাকিয়া
মাতিলে তাঙ্ক সাদৰি ।
মাধৱৰ দোষ এড়িয়া শঙ্কৰ
থাকিলন্ত হাস্য কৰি ॥ ৩৬২

দেখা ইটো দুই আমাৰ আগত
কৰয় বৰ অন্যায় ।
শপতো কৰয় পুনু আচৰয়
দেখিবাকো দুযুৱাই ॥
আৰু হনু কিবা বৌধে বাদ বড়ে
সন্তৰ মত এৰিয়া ।

ইও দোষে আৰ থাকিবে নলাগে
যায়েক দিলো এৰিয়া ॥ ৩৬৩
আজি হন্তে একা- দেশী দিনা হলে
হৰিবে সে প্ৰসাদক।
দুই প্ৰহৰন্তে দিবাতা দেৱৰি
ভুঞ্জোক যাৰ যেন মত ॥
তথাপিতো অন্ন নখাইবাহা কেহো
ধৰা যদি মোৰ বাক্য।
পাপক এৰাইয়া ভকতি কৰিয়া
পাইবা কৃষ্ণ দেৱতাক ॥ ৩৬৪
এহিমতে আনো নিয়ম কৰিয়া
বৈষ্ণৱ বৰ্গ সহিতে।
ভক্তি প্ৰৱৰ্ত্তাই থাকিলা সদায়
কৃষ্ণৰ কথা অমৃতে ॥
সুবাসনা দুৰ্ব্বা সনা সমন্তৰে
যাৰ কৃপা কোপে হয়।
যাৰ পাদ পদ্ম দেখিয়া প্ৰণামি
পাপীও সুখে তৰয় ॥ ৩৬৫
যাৰ নাম গায়া সংসাৰ এৰাইয়া
বৈকুণ্ঠত সুখে থাকে।
পিতা মাতা বন্ধু সুহৃদ ঈশ্বৰ
গুৰু দেৱ বোলে যাকে।

যিটো বাৰম্বাৰ হুয়া অৱতাৰ
বহু বিধ লীলা কৰি ।
কীৰ্ত্তি বিস্তাৰিয়া লোক নিস্তাৰিয়া
পৰিপূৰ্ণ দেৱ হৰি ॥ ৩৬৬
হে কৃষ্ণ বংশী গোপালদেৱৰ
চৰণে ৰতি ৰহোক ।
এই হৌক বুলি সভা সদে ডাকি
হৰি হৰি বুলিয়োক ॥

## পদ

জয়মুকুন্দ আৰু বংশী-গোপালৰ পন্থ বিচাৰ

শুনা আৰে এক কথা দেৱ গোপালৰ ।
জয়মুকুন্দেৰে যথা পন্থ-বিচাৰৰ ॥ ৩৬৭
উত্তৰ কূলৰ যত আছে অধিকাৰী ।
কৈশিক প্ৰমুখ্যে সৱে লৈলেক বিচাৰি ॥
জয়মুকুন্দক গৈয়া মাতিয়া আনিলা
দেৱ গোপালৰ সৱে এক ঠাই ভৈলা ॥ ৩৬৮
চতুৰ্ভিতি আৱৰি বসিলা সৰ্ব্বলোক ।
শুনি থাকো মাত্ৰ আমি হুয়ো বিচাৰোক ॥
পাছে দেৱ গোপালে বুলিলা মুকুন্দক ।
জগতৰ জাতি-ক্ৰিয়া খণ্ডিলা কিসক ॥ ৩৬৯

তুমি যাক ধৰিছা কাহাৰ ইটো মত।
অধিকাৰী নিৰ্বিচাৰী বিহিলা লোকত॥
বিহা নকৰিলে শুদ্ধি নাহিকে কন্যাৰ।
তাক আনি নষ্ট-ভ্ৰষ্ট ভৈল একাকাৰ॥ ৩৭০

মন্ত্ৰে ঘৃত দিয়া নৱগুণ ব্ৰাহ্মণৰ।
হোম বিনে শূদ্ৰ মাত্ৰ ব্ৰাহ্মণ কিসৰ॥
পুষ্কৰ্ণী প্ৰতিষ্ঠা নকৰিলে শুদ্ধি নহে।
সৱাৰে উত্তৰ দিয়া কোন শাস্ত্ৰে কহে॥ ৩৭১

মুকুন্দে বোলয় মঞি নজানো শাস্ত্ৰক।
একে কৃষ্ণ দেৱতাৰ ধৰিছো নামক॥
শুকদেৱ সনকাদি চাৰিও সিদ্ধৰ।
নাহি নৱগুণ তথাপিতো বিপ্ৰবৰ॥
যযাতিয়ে শৰ্ম্মিষ্ঠাক বিহা নকৰিলা।
তথাপি তাহাক কোনোজনে নবাছিলা॥
বৰিষা কালত খলি পৰে ঠাই ঠাই।
প্ৰতিষ্ঠা নকৰি তাহাৰ পানী খাই॥ ৩৭৩

কলি-যুগে হৰি-নাম বিনে নাহি গতি।
এতেকে নামক মাত্ৰ ধৰিছো সম্প্ৰতি॥
নাম ব্যতিৰেকে মঞি নজানো হো আন।
মোহোৰ যুগুতি সম্বিধান এহিমান॥ ৩৭৪

গোপাল বদতি সাধু ধৰিছা আপুনি।
কিন্তু লোক নাশ কৰিলাহা চায়া শুণি॥

শুকদেৱ সম কিবা সকলে ব্ৰাহ্মণ।
যযাতি দৃষ্টান্ত দিলা লাঘৱ বচন॥ ৩৭৫
নদী খনা খনি কিবা পুস্কৰ্ণী সদৃশ।
যুগুতি নহয় কিছু জগতৰ বিষ॥
যেমনে কৰিছা তুমি বিশ্বাস নামত।
তেমনে কৰিবে লোক দুহিবে শকত॥ ২৭৬
যিবাজনে যেন অবস্থাত আছে ৰহি।
তেমনে তাহাৰ ধৰ্ম্ম-শাস্ত্ৰে আছে কহি॥
গীতাত কহিছা কৃষ্ণে অৰ্জ্জুন আগত।
সমস্তৰে কাৰ্য্য-কাজ প্ৰমাণ শাস্ত্ৰত॥ ৩৭৭
অধিকাৰীজনে যত যত আচৰয়।
যাক বা প্ৰমাণ কৰি লোকত কহয়॥
তাকেসে প্ৰাকৃতজনে কৰিবে উচিত।
তাহাক এৰিলে হয় সৱে বিপৰীত॥ ৩৭৮
তোমাৰ মতৰ অধিকাৰী নাহিকয়।
যদি ধৰে নৰকত পৰিবে নিশ্চয়॥
এহি মতে আনো যুক্তি দিলন্ত বিস্তৰ।
নভৈল উত্তৰ কিছু জয়মুকুন্দৰ॥ ৩৭৯
পাছে শুনি যিবা কিছু দিলন্ত উত্তৰ।
তাক শুনি হাঁস ভুলিলন্ত সৱে নৰ॥
ঘুষিবে লাগিলা সৱে গোপালৰ জয়।
গুছিল সকলে সৱে মনৰ সংশয়॥ ৩৮০

জয় নাৰায়ণ বুলি মুকুন্দ উঠিলা।
সৰ্ব্ব জনে জয় জয় গোপাল বুলিলা॥
সভা ভাঙ্গি সৱে স্থানে স্থানে চলি গৈলা।
ঘুষিল সকলে মুকুন্দৰ ভক্ত ভৈলা॥ ৩৮১

দেৱ গোপালৰ মত হৈলেক প্ৰখ্যাত।
নিঃশংশয় কৰি লোকে ধৰিলে সাক্ষাত॥
বংশী-গোপালৰ নিয়ম-সংযম
দিনে দিনে যেতিক্ষণে মহন্ত আসয়।
আসিবাক নেদি তাক দ্বাৰতে ৰাখয়॥ ৩৮২
দীপ ধূপ পুষ্প ধৰি আগ বাঢ়ি গৈয়া।
দ্বাৰতে পূজিয়া তেবে আনে সাদৰিয়া॥
সিমান ঐশ্বৰ্য্য পায়া দেৱ গোপালৰ।
কৃষ্ণ-সেৱা বিনে ভাগ্য নাহি শৰীৰৰ॥ ৩৮৩

তণ্ডুল কন্দলী ইক্ষু সৈন্ধৱ বস্ত্ৰক।
সুৱৰ্ণ ৰজত পশু মৎস্য কচ্ছপক॥
তাম্ৰ কাংস পিত্তলাদি যত ধাতুময়।
মৰিচ তাম্বুল আদি যত বস্তুচয়॥ ৩৮৪

সমস্তে স্বীকাৰ কৰে যত আসে মানে।
বৈষ্ণৱক দিয়ে মাত্ৰ থাকা সাৱধানে॥
একে সন্ধ্যা মাত্ৰ আণ্ড তণ্ডুলৰ অন্ন।
হৰি দিয়া নিৰামিষে কৰন্ত ভোজন॥ ৩৮৫

পুনু আন বস্তু দিলে নকৰা ভোজন।
প্ৰাৰ্থিলেও ভালা বস্ত্ৰ নকৰা বসন॥

ভকতৰ সঙ্গে বসি থাকন্ত কঠত।
নিশা শয়নত শুনিয়োক যেন মত॥ ৩৮৬
দীৰ্ঘে-প্ৰস্থে দুই হস্ত মশৰিক তৰি।
আসন ভিৰিয়া থাকা হস্তে মালা ধৰি॥
অল্প মান পাটী মাত্ৰ পাৰয় দেখাই।
বনমালী শুনে তাকো পেলান্ত গুচাই॥ ৩৮৭
মাটিৰ চিহ্নত এক দিনা বনমালী।
জানিয়া পুছিলা ধীৰে ধীৰে আসপালি॥
কিসক কৰিবে লাগে প্ৰভু এনে খানি।
নকহিৱি কাহাতো বুলিলা দেৱে বাণী॥ ৩৮৮
ইসৱ নিয়ম মানে পূৰ্ব্ব ধৰি আছে।
সম্পত্তি ভৈলতো তাক নেৰিলন্ত পাছে॥
এক দিনা এক বিপ্ৰে দেখিলা সোপন।
বিশিষ্ট ব্ৰাহ্মণে তাক বুলিলা বচন॥ ৩৮৯
দেখিয়ো ব্ৰাহ্মণ মোৰ গাৱে ধূলি মাটি।
বংশীগোপালৰ ভাল নাহি কঠ-পাটী॥
সদায়ে থাকোহো মঞি তাহান সঙ্গত।
মাটিত থাকন্তে ধূলি লাগিল গাৱত॥ ৩৯০
তম্বুলৰ কুমলীয়া চকুৱাক সীৰি।
মোৰ কথা কহি বংশী গোপালক দিৰি॥
জাগি স্নান কৰি বিপ্ৰে চকুৱাক সীলা।
আসি দেৱ গোপালৰ চৰণে পৰিলা॥ ৩৯১

দণ্ডৱতে পৰি পৰি প্ৰণামি পাছত ।
সভা মধ্যে কহিলা স্বপ্নৰ কথা যত ॥
শুনিয়া শ্ৰীহৰিদেৱে উৰ্দ্ধবাহু কৰি ।
মহা প্ৰেমে বোলাইলন্ত জয় কৃষ্ণহৰি ॥ ৩৯২
অন্যো অন্যে বুলিলন্ত বৈষ্ণৱসকলে ।
হা হা ৫ ‌‌‌‍‍‌‌‌‌‌‌'বে সঙ্গ পাইলো কত পুণ্য ফলে ॥

‌‌ঞ জ্ঞান ক‌হা বুলি বাধা কৰিলেক ॥ ৩৯৩
বা‌ ‌ণেও বাণী বুলিলা বিস্তৰ ।
নিস্পৃহ ভাৱক দেখাই দেয় গোপালৰ ॥
এত মান সম্পত্তিতো ভোগ লেশো নাই ।
হা হা কিনো ভৈলো আমি ফুৰো ভোগ চাই । ৩৯৪
এমন মহন্ত আমি পাইবো কোন ঠাই ।
তথাপি ইহান ভাব ধৰণ নযাই ॥
গোপাল বদতি যত বিষয়ৰ ভোগ ।
ভক্তিৰ বাধক হয় যেন মহা ৰোগ ॥ ৩৯৫
যদি বিষয়ৰ ভোগে ভক্তি নবাধয় ।
তেহে পূৰ্ব্ব সাধু সাধু কিসক তেজয় ॥
অন্ন মানো শৰীৰতো ভোগ নকৰিব ।
অন্ত কালে হৰিয়ে চিত্তত দেখা দিব ॥ ৩৯৬
হৰিক হিয়াত ধৰি মহা আনন্দত ।
থাকন্তে যি সুখ সিটো নাহিকে ভোগ্যত ॥

এহি মতে আনো যুক্তি কহিলা বিস্তৰ।
মহন্তসৱৰ কথা পূৰ্ব্ব পূৰ্ব্বতৰ॥ ৩৯৭

চকুৱাক আনি লৈলা ঈশ্বৰ বচন।
ব্ৰাহ্মণকো লগাইলন্ত হৰিষত শৰণ॥
আনো যত যত কথা আছয় বিস্তৰ।
থাকোক নকহো তাক শুনা আত পৰ॥ ৩৯৮

পুৰুষোত্তম ঠাকুৰৰ থানত

পুন্থু পছিমক যাইতে কৰিলন্ত মন।
শ্ৰীহৰিদেৱ থৈলা সত্ৰৰ ৰক্ষণ॥
ভাল ভাল দ্ৰব্য বহু লগতে লৈলন্ত।
কতো দিনে গৈয়া পাছে স্থান পশিলন্ত॥ ৩৯৯

সামন্ত পুৰুষোত্তম শঙ্কৰৰ নাতি।
তাহান থানত প্ৰৱেশিলা প্ৰেমে আতি॥
ঠাকুৰৰ মনে শুনি আনন্দ মিলিল।
আদৰিয়া ভক্তে সবে আগ বাঢ়ি নিল॥ ৪০০

দেৱ গোপালক পাই আনন্দ ঠাকুৰ।
বোলন্ত আজিসে মোৰ ভৈল মন পূৰ॥
বহু দিন হন্তে মোৰ বাঞ্ছিত আছয়।
জানো মোৰ স্থানে গুৰু আসে কি নাসয়॥ ৪০১

আগে নজানিলো গুণ অল্প বয়সত।
পাছেসে শুনিলো সবে জেঠাৰ মুখত॥
শ্ৰীশঙ্কৰৰ পত্নী বৃদ্ধ লক্ষ্মী আই।
তাহান মনত আনন্দৰ সীমা নাই॥ ৪০২

নিশাৰ পাছত প্ৰথমতে স্নান কৰি।
দুইহস্তকো ভিনে বস্ত্ৰ দিলন্ত সাদৰি॥
বস্ত্ৰে অলঙ্কাৰে দুইবো মণ্ডিলা শৰীৰ।
সৰে বৈষ্ণৱক তুষিলন্ত মহাবীৰ॥ ৪০৩

ঠগি টেমি কটাৰী প্ৰমুখ্যে বস্তু যত।
তাকো বহুতৰ দিলা ঠাকুৰ সত্ৰত॥
দামোদৰদেৱৰ সত্ৰ-শালত
শুনা আৰে যথা গৈয়া শ্ৰীমন্ত গোপাল।
দামোদৰদেৱৰ পশিল সত্ৰ-শাল॥ ৪০৪
একাদশী দিনা ডেৰ প্ৰহৰ বেলাত।
সত্ৰত আছন্ত বসি প্ৰসঙ্গে সাক্ষাত॥
মালা সমে ত্ৰিপট বস্ত্ৰক হাতে ধৰি।
প্ৰবেশন্তে দেখি দামোদৰে প্ৰেম কৰি॥ ৪০৫

তেখনে উঠিয়া মালা বস্ত্ৰ পিন্ধিলন্ত।
স্বীয় শৰীৰৰ বস্ত্ৰ তাঙ্ক পিন্ধাইলন্ত॥
বস্ত্ৰ পিন্ধি পাছে দণ্ডৱতে প্ৰণামিলা।
ভক্তসবে হৰি-ধ্বনি কৰি প্ৰশংসিলা॥ ৪০৬

কিনো আতি আশ্চৰ্য্য দেখিলো আজি আমি।
দেৱ গোপালৰ বস্ত্ৰ দামোদৰ স্বামী।
আনো বৰ লোক আসে বহু টঙ্কা ধৰি।
তথাপি তাহাঙ্ক নচায়ন্ত টেৰ কৰি॥ ৪০৭

আজি বংশীগোপালক দেখিলন্তে উঠি।
বদে যেন আথে-বেথে বস্ত্ৰ লৈলা তুষ্টি॥

এহি বুলি উঠি সবে পৰি প্ৰণামিলা।
বৈষ্ণৱ সৱক দেৱে আশ্বাস কৰিলা॥ ৪০৮

আকৌ ঠাকুৰৰ থানত আঠ মাহ, মাচ আৰু উষুৰা চাউল ব্যৱহাৰ

পাছে পাছদিনা সমস্তক ভুঞ্জাইলন্ত।
সুৱৰ্ণ বসন আদি বস্ত্ৰ বিলাইলন্ত॥
দামোদৰদেৱক বিস্তৰ দ্ৰব্য দিলা।
কতো দিন থাকি ঠাকুৰৰ থানে গৈলা॥ ৪০৯
ঠাকুৰৰ পূৰ্ব্ব গৃহ ভাঙ্গি পেলাইলন্ত।
ভাল মতে বড় কৰি গৃহ সজাইলন্ত॥
যত যত লোক আছে তাহাঙ্ক দেখিতে।
যত কিছো বিত্ত তাৰ পাৰে নিতে নিতে॥ ৪১০

সৱে বিত্ত ঠাকুৰক দিৱন্ত তেখনে।
লৈবে নপাৱন্ত কিছো আপুনাৰ জনে॥
ঠাকুৰৰ থানে কতো দিন যেৱে আছে।
বৃদ্ধ মাতৃ সমে কাৰ্য্য আলচিলা পাছে॥ ৪১১

এহে মহাবিৰকত বিষয় সুখত।
কৃষ্ণ সেৱা ৰত সদা মহা ভাগৱত॥
আগে মৎস্য খুৱাই পাছে কহিবোহো কথা।
তেবে তাক ধৰিবন্ত নকৰি অন্যথা॥ ৭১২

এহি বুলি কলা সমে মৎস্য সবে বাটি।
কদলী পত্ৰত কৰি দিয়ে বান্ধি আটি॥
দগ্ধ কৰি নিতে তাক কৰান্ত ভোজন।
দিনা ছয়কৰ পাছে বুলিলা বচন॥ ৪১৩

এক গুটি অন্যায়ক কৰিয়া আছোহো।
যদি তব দুঃখ নহে তেঁবে তাক কহো॥
গোপাল বদতি কহিয়োক শুনো তাক।
অৱশ্যে কৰিবে লাগে মোৰ তযু বাক॥ ৪১৪
শ্রীশঙ্কৰৰ নাতি মহা শুধাশয়।
কদাচিতো তোমাৰ অন্যায় নাহিকয়॥
যদি অন্যায়ক পাঞা সিও মোৰ ন্যায়।
অৱশ্যে কৰিবো কহিয়োক সমুদায়॥ ৪১৫
ঠাকুৰে বোলন্ত যিটো ধৰ্ম্মক ধৰিছা।
ই পুনু সকলে সত্য কিছো নোহে মিছা॥
কিন্তু তযু লাগে মহা সত্র ধৰিবাক।
বহুতৰ বৈষ্ণৱক প্রতিপালিবাক॥ ৪১৬
আৰু হেতু যিটো ভাগ্য ঈশ্বৰে দিৱয়।
ভোগ্য কৰি শুচাইবাক তাহাক লাগয়॥
আৰু সদা কৰে যিটো শ্রৱণ কীৰ্ত্তন।
তাৰ আৰ ইসৱত কিবা প্রয়োজন॥ ৪১৭
তোমাত নিয়ম দেখি কঠিন মানিয়া।
লোকে জোনো ভকতিক পেলাৱে এৰিয়া॥
তোমাৰ বহুত প্রীতি মোহোৰ আছয়।
আত লয়া বুলি মোৰো মনে মহা ভয়॥ ৪১৮
ক্ষুধা নলাগয় মোৰ যি দিনা বুলিলা।
তাৰ আগ দিনা মাৱে মৎস্য বাটি দিলা॥

তাৰেপৰা প্ৰতি নিতে খুৱাই মৎস্যক।
উযুৱা মিশ্ৰিতে দিয়ে আগু তণ্ডুলক॥ ৪১৯
প্ৰাৰ্থনা কৰোহো মোৰ দোষ এৰিবাহা।
মৎস্য মাংস উযুৱাক পুনু নেৰিবাহা॥
ঠাকুৰৰ বচনক লৈলন্ত আদৰি।
মৎস্য মাংস উযুৱা ভুঞ্জিলা সেহি ধৰি॥ ৪২০
অষ্ট মাস ঠাকুৰ সহিতে আছিলন্ত।
মজিয়াতে ৰাদ্ধি লগে ভোজন কৰন্ত॥
নিতে নিতে শয়নে ভোজনে সৰ্ব্বদায়।
কৃষ্ণ-কথা সন্ত-কথা কহন্তেসে যাই॥ ৪২১
কামৰূপী যেহেকৰা বৈষ্ণৱ যতেক।
আসি আসি সেৱা কৰি যায়য় প্ৰত্যেক॥
অষ্টম মাসত কথা ভৈল যত যত।
কতেক কহিবো তাক সংক্ষেপ পদত॥ ৪২২
পাছে হুয়ো সত্ৰন্ত বিদায় কৰি আসি।
ঠাকুৰে সহিতে ঋজু ধৈলন্ত বিশ্বাসী॥
বৃদ্ধ অঙ্গুষ্ঠত ধৰি যিজনে কহয়।
চুইবো ঋজু সেহি জনে সত্যক কহয়॥ ৪২৩
আসিবাৰ বেলা সবে বৈষ্ণৱসবৰ।
ঠাকুৰ সহিতে শোক ভৈলেক বিস্তৰ॥
আগ বঢ়াইলন্ত বহুতৰ শঙ্খা বাই।
ক্ৰন্দন কৰিয়া সবে গৈলন্ত চুনাই॥ ৪২৪

দেৱ দামোদৰে কান্দিলন্ত মকমকি।
যেন প্ৰাকৃতৰ তিয়া পোড়ে ভকভকি॥

অসমলৈ প্ৰত্যাৱৰ্ত্তন, আধলিয়াৰ দেৱ যদুমণি

কন্তো দিন অসম দেশত প্ৰৱেশিলা।
ঠাৱে ঠাৱে বহুবিধ দ্ৰব্যক লভিলা॥ ৪২৫

যিটো যিটো থানে থাকে আসন্তে পথত।
বহু লোকে লৱে আসি শৰণ কৃষ্ণত॥
যৈত যিবা শুনে দেৱ গোপাল আসিলা।
লৰৰা-লৰৰি কৰি থেদিও দেখিলা॥ ৪২৬

ৰাক দেখিলন্তে তাপ সকলে হৰয়।
মিথ্যা বাক্য শুনি যেন অমৃত ঢালয়॥
যেহেন গ্ৰীষ্মত পূৰ্ণ চন্দ্ৰৰ উদয়।
সূৰ্য্য তাপ গুচাই লোক শীতল কৰয়॥ ৪২৭

আসিলাতে সত্ৰৰ বৈষ্ণৱ সৱে আসি।
আগবাঢ়ি মহোৎসৱে নিলন্ত আশ্বাসি।
নিৰ্ম্মাল্য-প্ৰসাদ দিলা সৱে বৈষ্ণৱক।
দামোদৰদেৱৰ দিলন্ত পাদোদক॥ ৪২৮

আধলিয়া দেৱ যদুমণি আসিলন্ত।
তেহে সমে আনন্দে সম্ভাষা কৰিলন্ত।
দিনা চাৰি মানে একে সঙ্গে আছিলন্ত।
বিদায় কৰিয়া পুনু স্থানক গৈলন্ত॥ ৪২৯

আনো যত মহাজন সৱেও আসিলা।
কন্তো দিন মানে লোক সমস্ত আছিলা॥

ধুৰ্বাঁবোলৰ-পৰা মদন-গোপাল প্ৰতিমা প্ৰাপ্তি

শুনা আৰে মদনগোপাল প্ৰতিমাক।
যেন মতে বংশীধৰে পাইলা সেৱিবাক॥ ৪৩০
এক বিপ্ৰে ধুৰ্বাঁবোলে বনত পশিলা।
বেল-বৃক্ষে শাখা মধ্যে প্ৰতিমা দেখিলা।
লাঙ্গলকো নকাটিয়া প্ৰতিমা আনিলা।
গৃহৰ মধ্যত থৈয়া সেৱা কৰিছিলা॥ ৪৩১

দিনা চাৰি অনন্তৰে নিশা শয়নত।
প্ৰতিমায়ে বোলে বাণী বিপ্ৰৰ আগত॥
বংশীগোপালৰ স্থানে থৈয়ো নিয়া মোক।
নথৱস যেৱে মন্দ কৰিবোহো তোক॥ ৪৩২

জাগি স্নান কৰি বিপ্ৰে দ্ৰব্য কিছু লৈয়া।
লৰিলেক নিয়ন্তোক কহো আগে গৈয়া॥
শুনা সেহি নিশা দেৱ গোপালক আসি।
ব্ৰাহ্মণে বোলয় বাক্য অল্প অল্প হাঁসি॥ ৪৩৩

শুনা বংশীগোপাল তোমাক বাট চাই।
বহুকাল আছো মঞি অৰণ্য সমাই॥
মাধৱ বিপ্ৰৰ সঙ্গে আসি তাৰ ঘৰে।
আছো জানি তুমি মোক আনিয়ো সত্বৰে॥৪৩৪

জাগি দেৱে প্ৰত্যুষতে ভকত কহিলা।
আগে চাই আস বুলি ভকত পাঁচিলা॥
চাৰিজন বৈষ্ণৱ গৈলেক তাৰ ঠাই।
পুছাপুছি কৰিলা পথত লাগ পাই॥ ৪৩৫

ভক্তকো'কিবায়া ব্রাহ্মণ সত্রত।
সকলে কহিলা কথা দেৱ গোপালন্ত ॥
শুনি হৰি-ধ্বনি কৰিলন্ত বাৰম্বাৰ।
ঠায়তে শুনিয়া কৰে লোকে নমস্কাৰ ॥ ৪৩৬

সুমঙ্গল ক্ষণ চাই গৈলন্ত গোপাল।
মূৰ্ত্তিক আনন্তে শুনে সুমঙ্গল ভাল ॥
অধিকাৰীসবো শীঘ্ৰে আসিলা শুনিয়া।
হয়-হস্তী-কান্ধ কতো দোলতে চড়িয়া ॥ ৪৩৭

শঙ্খ তবল ঢোল মহৰী কাহাল।
মৃদঙ্গ টোকাৰী বীণা বেণু কৰতাল ॥
আনো নানা বাদ্য-ভণ্ড দণ্ড-ছত্ৰ তুলি।
জয়-ধ্বনি হৰি-ধ্বনি কন্যাৰ উৰুলী ॥ ৪৩৮

কতো গাৱে কতো বাৱে কতো প্ৰশংসয়।
কতো কতো লৰড়ে শুনিয়া জয় জয় ॥
ব্ৰাহ্মণসকল যাই স্তুতি-স্তোত্ৰ পঢ়ি।
প্ৰজাৰ গিড়ৃত দলদোপ কৰে মহী ॥ ৪৩৯

এহিমতে নিয়া পাছে সত্ৰত থাপিলা।
মাধৱদেৱৰ বাক্য লোকত কহিলা ॥
জিকাতলত আছো মোত মাধৱে কহিলা ॥
শ্ৰীশঙ্কৰৰ এক প্ৰতিমা আছিলা ॥ ৪৪০

মদনগোপাল নাম মূৰুতি সুঠান।
কোঁথালা বাঢৈয়ে আক কৰিলা নিৰ্ম্মাণ ॥

আনন্তে শঙ্কৰে মোক বুলিলা বচন।
থৈয়োক প্ৰতিমা আৰু পাইবে সাধুজন ॥ ৪৪১
হেন শুনি মঞি বেল-বৃক্ষত উঠিয়া।
থৈয়াসিলো উপৰত পৰণি বান্ধিয়া ॥
তোমাৰ হাতত যদি প্ৰতিমা পৰয়।
তেবে শঙ্কৰৰ সিটো বাক্য সত্য হয় ॥ ৪৪২
মঞি সিটো বাক্যে আতি শ্ৰদ্ধা নকৰিলো।
তাতেসে ইঠাইতে আসি সাঙ্গে পাসৰিলো ॥
মোক দৃষ্টি কৰি বহু থৈলন্ত পূৰ্ব্বত।
কোনেনো বুঝিবে শঙ্কৰৰ অভিমত ॥ ৪৪৩
এহি বুলি প্ৰেমে মাতিবাকো নপাৰিলা।
কোঁকাৰি কোঁকাৰি বহু ক্ৰন্দন কৰিলা ॥
দেৱ গোপালৰ প্ৰেম দেখি সৰ্ব্বজন।
জয় জয় নাৰায়ণ ঘোষে সৰ্ব্বজন ॥ ৪৪৪
ভাগিল সমাজ লোক দিশে দিশে গৈল।
বৈষ্ণৱ সহিতে দেৱ বংশীধৰ ৰৈল ॥
মদনগোপাল-ভক্ত শ্ৰীবংশীগোপাল।
জগত বিজয় কৰি ৰৈল সত্ৰ শাল ॥ ৪৪৫
শুনা সভাসদ শাস্ত্ৰ সন্তৰ চৰিত্ৰ।
যাক শুনি-ভণি ভৱ তৰে বিপৰীত ॥
মোক আনা বুলি যাক মাতন্ত ঈশ্বৰে।
মূৰ্ত্তিৰূপে প্ৰাণীৰূপে নেড়ন্ত সাদৰে। ৪৪৬

শ্ৰীশঙ্কৰাদি ৰূপে মহন্তসকলে ।
যাক দেখিলাতে তুষ্ট ভৈলা কৌতুহলে ॥
মহা বিৰক্ত হয়া বিষয় সুখত ।
কৃষ্ণ-কথা-ৰস পান কৰিলা সতত ॥ ৪৪৭

যাৰ কৃপা দৃষ্টি বাক্য অমৃতক পাই ।
সন্তোষ লভিলো দিব্য মূৰ্ত্তি চাই চাই ॥
সেহি গোপালৰ পদ ধূলি শীৰে ধৰি ।
ভণে ৰমানন্দে ডাকি বোলা হৰি হৰি ॥ ৪৪৮

## মুক্তাৱলী

পুৰুষোত্তম ঠাকুৰে ভক্ত- সৰক বংশী- গোপাল থানৈ পাচে

শুনা আৰে দেৱ গোপালৰ ।
থানে আসি সৱে বৈষ্ণৱৰ ॥
যথা যথা প্ৰীতি যেন মত ।
তাক কিছু কহো সংক্ষেপত ॥ ৪৪৯
গোমোথাৰ পুত্ৰ ৰামকৃষ্ণ ।
মুৰাৰি পৰশুৰাম শিষ্ট ॥
ৰাম ৰামচৰণ শ্ৰীকৃষ্ণ ।
কায়স্থ পৰমানন্দ শিষ্ট ॥ ৪৫০

কানাই কৃষ্ণচৰণ আৰৰ।
হৰিচৰণ বিপ্ৰবৰ ॥
বাসুদেৱ গোপীনাথ আদি।
যত যত সাধু অপ্ৰমাদী ॥ ৪৫১
সবে গৈলা স্থানে ঠাকুৰৰ।
সেৱা কৰি আছিলা বিস্তৰ ॥
পাছে আসিবাক আদেশিলা।
বহুতৰ শিক্ষাবোধ দিলা ॥ ৪৫২
যাৱা সৱে অসম দেশক।
নেৰিবাহা শঙ্কৰ-ধৰ্ম্মক ॥
অন্যো অন্যো ভেদ নকৰিবা।
মৎসৰাদি দোষক এৰিবা ॥ ৪৫৩
গুৰু বংশীগোপাল আছন্ত।
মহা ভাগৱত সাধু সন্ত ॥
পৰম নৈষ্ঠিক ব্ৰহ্মচাৰী।
তাঙ্ক প্ৰণামিবা জান্ন পাৰি ॥ ৪৫৪
তাহান থানক বাৰম্বাৰ।
আসিবাহা আদেশে আমাৰ ॥
দামোদৰ গুৰু আদি যত।
মহন্ত আছিলা ই থানত ॥ ৪৫৫
মাধৱ জেঠায়ে সমন্বিত।
আলোচিয়া জগতৰে হিত ॥

তাহাক পাছিলে বাৰম্বাৰ।
এৰাইবাক নপাৰিলে আৰ॥ ৪৫৬
সবে মহন্তৰ আজ্ঞা ধৰি।
থাকে সেহি দেশে সত্ৰ কৰি॥
তাহান স্থানক যদি যাৰা।
তেৱে সৱে মহন্তক পাৱা॥ ৪৫৭
মোহোৰ স্থানত কতোকাল।
আসিলন্ত শ্ৰীমন্ত গোপাল॥
বৃদ্ধ মাতৃ সমে আলোচিলো।
মৎস্য-মাংস খুৱায়া পাৰ্থিলো। ৪৫৮
আমাৰ বচন ধৰিলন্ত।
কান্দি বৈলো চলিয়া গৈলন্ত॥
তাঙ্ক মোক যিটো কৰে ভেদ।
সিটো জনে মোক কৰে ছেদ॥ ৪৫৯
এহি বুলি পুনু নমাত্তিল।
নয়নৰ লোতক ঝৰিল॥
শুনি সবে বৈষ্ণৱসবৰ।
ঝৰিল লোতক নয়নৰ॥ ৪৬০
কৰযোৰে সবেও বুলিলা॥
যিটো শিক্ষা আমাসাক দিলা॥
তাক কোনে নকৰিব পাৰে।
কহো পূৰ্ব্ব ভাৱকে আমাৰে॥ ৪৬১

আমাৰ দেশত আদি মূল।
বংশীগোপালেসে পদ্মফুল ॥
তাহান স্থানক বাৰম্বাৰ।
গৈয়া আসি কৰো নমস্কাৰ ॥ ৪৬২
পুন্ন ভৈল তোমাৰ বচন।
নমিবোহো তাহান চৰণ ॥
এহি বুলি অনুজ্ঞা মাগিলা। ৪৬৩
প্ৰেমামিয়া স্বদেশে আসিলা ॥
আসি পাছে সবে মহাজনে।
শঙ্কৰৰ নাতিৰ বচনে ॥
অতিশয় আনন্দিত মনে।
দেৱ বংশীগোপাল চৰণে ॥ ৪৬৪
যাক যৈত যি বাক্য বোলয়।
সিটো কৰ্ম্ম তেখনে কৰয় ॥
যাক স্নেহে যি বোধ দিৱয়।
যাক চাৱে যাক বা প্ৰশংসয় ॥ ৪৬৫
যাক যেন পৰিহাস কৰে।
ইসৱক দেখা শুনা নৰে ॥
পৰম আনন্দ পাই পাই।
ঠাৱে ঠাৱে পুন্ন গাই গাই ॥ ৪৬৬
এহি মতে সমস্ত লোকৰ।
আনন্দ কৰাইলা বংশীধৰ ॥

গুনা সামাজিকজন যথা।
পূর্ব্ব মহন্তর প্রীতি কথা। ৪৬৭

বৈষ্ণব সহিতে প্রীতি যাব।
কৃষ্ণদের বন্ধু হোরে তাব॥
কৃষ্ণ তুষ্ট বন্ধু হোরে যাব।
কিনো ফল সিদ্ধি নোহে তাব॥ ৪৬৮

হে কৃষ্ণ কৃপা কবা মোক।
সন্ত সমে প্রীতি কবায়োক॥
তুৱা পারে বতি মুখে নাম।
বৌক মোব বোলা বাম বাম॥ ৪৬৯

## পদ

জগন্নাথ ক্ষেত্রব পবা দৌল-গোবিন্দ বা গোবিন্দ ঠাকুব প্রতিমা প্রাপ্তি

এহিমতে অনেক প্রকাবে বংশী-ধব।
সদা হিত চিন্তি থাকা সমস্ত লোকব॥
আপুনাব মনে থণো এথানি আক্ষেপ।
হা হা নেদেখিলো জগন্নাথ চান্দ মুখ॥ ৪৭০

স্বপ্নত দৃষ্টত দেখিলোহো বাবম্বাব।
কিন্ত ওড়েয়াব মূর্ত্তি নেদেখিলো আব॥

বৈষ্ণৱৰ বাক্য খণ্ডি গৈলো দেখিবাক।
আপুনিয়ে যাইবো বুলি বান্ধিলা আমাক॥ ৪৭১
কিবা দেখা দিলা এই মদনগোপাল।
কিবা আন ৰূপে আসা জিজ্ঞাসিতে ভাল॥
এহি মনে গুণি গাম্ভি একা দিনা পাছে।
বৈষ্ণৱে সহিতে নামঘৰে বসি আছে॥ ৪৭২
চতুৰ্দ্দিতি বেঢ়ি আছে বৈষ্ণৱসকল।
যেন গ্ৰহ ঋক্ষ তাৰা চন্দ্ৰৰ মণ্ডল॥
একো একো বৈষ্ণৱ বিশিষ্ট নৰোত্তম।
কতো গ্ৰহ কতো ঋক্ষ কতো তাৰাগণ॥ ৪৭৩
পূৰ্ণচন্দ্ৰ সম দেৱ গোপালৰ ৰূপ॥
যাক দেখি মহাজন সৱ হোৱে চুপ॥
অগ্ৰত শ্ৰীহৰিদেৱ বাপু ৰামদাস।
ৰামচৰণ আতা থাকা এক পাশ॥ ৪৭৪
বৃহত শৰীৰ যাৰ দেৱৰি শ্ৰীহৰি।
বলভদ্ৰ আতা বাসুদেৱ ৰামহৰি॥
জগন্নাথ ওঝা মধুসূদন মুৰাৰি।
নিত্যানন্দ সনাতন যাদৱ দৈত্যাৰি॥ ৪৭৫
ইসব প্ৰমুখ্যে তেহ্ন কৰি বৈষ্ণৱৰ।
আগত কহিলা যত বৃতান্ত পূৰ্ব্বৰ॥
সবাকে শুনায়া আক ৰাক্য বুলিলন্ত।
শুনিয়ো শ্ৰীহৰিদেৱ তুমি মহাসন্ত॥ ৪৭৬

শুনিয়োঁ দেৱৰি ৰামচৰণ শ্ৰীহৰি।
যায়োক ওড়েষা তোৰা মোৰ বাক্য ধৰি ॥
শিশু জগন্নাথ নাম মহান্ত আছয়।
তাহান্ত কহিবা মোৰ কাকুতি বিনয় ॥ ৪৭৭
জগন্নাথ সমে তাঙ্ক দেখিবাক চাওঁ।
বুলি পঠাস্তোক মোক কিবা আজ্ঞা পাওঁ ॥
পূৰ্ব্বৰো বৃত্তান্ত মোৰ কহিবা সকলে।
যেমনে নপাই আমি আসিলো বিকলে ॥ ৪৭৮
মোহোৰ বান্ধৱ তুমি শ্ৰীহৰি শুনিবা।
শিশু জগন্নাথ পাৱে শৰণ পশিবা ॥
তেংসে হিয়াৰ কথা কহিবো তোমাত।
মোৰ হুয়া নমস্কাৰ কৰিবা সাক্ষাত। ৪৭৯
সিংহাসনে ধৰি জগন্নাথৰ আগত।
মোৰ হুয়া কৰিবাহা বহু দণ্ডৱত ॥
জীৱ-মনে যাৱে সৱে তোমাৰ সঙ্গত ॥
শৰীৰেসে থাকা যেন জানা ইথানত ॥ ৪৮০
নাপাওক বিস্ময়ে কিছু তোৰাসকলক।
কৃষ্ণে কৃপা কৰি আনস্তোক ইথানত ॥
এহি বুলি প্ৰেমে নপাৰিলা মাতিবাক।
ভক্ত সৱে জয় কৃষ্ণ উচ্চৰিলা বাক ॥ ৪৮১
পাছে একদিনা শুভ ক্ষণে যাত্ৰা কৰি।
দেৱ গোপালৰ পদ ধূলা শিৰে ধৰি ॥

চলি গৈলা বৈষ্ণৱসকল আনন্দত।
কতিপয় পক্ষে গই উঠিলা সত্ৰত॥ ৪৮২
শিশু জগন্নাথ গৈয়া আছন্ত বসিয়া।
প্ৰণামিলা দণ্ডৱতে কাৰুণ্য কৰিয়া॥
আশীৰ্ব্বাদ কৰি তেহে পুছিবে লাগিলা।
কোন দেশ হন্তে তোৰা বৈষ্ণৱ আসিলা॥ ৪৮৩
তোৰাৰ দেশত কিবা ভক্তি প্ৰৱৰ্ত্তয়।
ভক্তি প্ৰৱৰ্ত্তক কৰি আচাৰ্য্য আছয়॥
যতেক আচাৰ্য্য আছে যাৰ যেন থান।
প্ৰবৃত্তি সহিতে কহিয়োক বিদ্যমান॥ ৪৮৪
দিলন্ত উত্তৰ ভক্তে হুয়া অৱনত।
থাকোহো আমৰাসব অসম দেশত॥
মহন্ত তৃতয় আছে আমাৰ ৰাজ্যত।
শুনিয়োক প্ৰভু কহো যাৰ যেন মত॥ ৪৮৫
নামে জয়মুকুন্দ মহন্ত একজন।
নাম মাত্ৰ কহে কৰি ধৰ্ম্মক উচ্ছন॥
পুষ্কৰ্ণী-প্ৰতিষ্ঠা নৱগুণ ব্ৰাহ্মণৰ।
বিবাহ সহিতে সৱে খণ্ডয় লোকৰ॥ ৪৮৬
দাড়ি নখ ৰাখে অন্ন নকৰে ভোজন।
ফল মূল ভুঞ্জে সদা নামৰ কীৰ্ত্তন॥
আৰু এক আছয় অনন্ত মহাজন
ষোড়শ নামক সদা কৰয় কীৰ্ত্তন॥ ৪৮৭

নাহি কিছো শৌচ স্নান আচাৰ নিয়ম।
নখগুয় নিবিহয় ধৰম কৰম॥
হৃদয়ৰ অভ্যন্তৰে থাকে নাম গাই।
সঙ্গী ভকতৰো ভোজনাদি নীতি নাই॥ ৪৪৮

আছে বংশীগোপাল নামত মহাজন।
তেহে কাৰো জাতি-ক্ৰিয়া নকৰে উচ্ছন॥
শ্ৰাদ্ধ বিধি-বিধান নিয়ম-সদাচাৰ।
এৰি কোনো লোকসব হোৱে একাকাৰ॥ ৪৮৯

এহি গুণি আপুনিয়ে কৰ্ম্মাদি কৰয়।
জাতি-ক্ৰিয়া ৰাখি ভক্তি কৰিবে দিৱয়॥
শ্ৰীভাগৱত গীতা সম্প্ৰদায় চাই।
শ্ৰৱণ কীৰ্ত্তন ভক্তি কৰন্তু সদায়॥৪৯০

যদি আছে আনো ভক্ত আমাৰ দেশত।
এহি তিনিজন আতি প্ৰখ্যাত লোকত॥
শিশু জগন্নাথে বোলে মুকুন্দ অনন্ত।
দুয়ো হয় বৈষ্ণৱ আপুনি তৰিবন্ত॥ ৪৯১

দুইৰো ধৰ্ম্মৰ লোকে ধৰিবাকো নপাৰিবা।
অধিকাৰী নাহি পদে কোনো নতৰিবা॥
বংশীগোপালৰ যিটো কহিলা ধৰ্ম্মক।
সিটো ধৰ্ম্মে নিস্তাৰ কৰিবে জগতক॥ ৪৯২

মহাভাগৱত তেহে হৰি-প্ৰিয়কৰ।
যশস্যা থাপিয়া হিত কৰিবে লোকৰ॥

যি হেতু পৰম ভক্ত কৃষ্ণ দেৱতাৰ।
ইঠাৱৰেপৰা তাঙ্ক কৰো নমস্কাৰ॥ ৪৯৩

তেনয় সন্তক এৰি তোমৰাসকল।
তীৰ্থ-ক্ষেত্ৰ ফুৰি কি অধিক পাইবা ফল॥
জানো সি দেশত ভাগৱত নপঢয়।
যদি পঢে জোনো স্বামী-টীকা নাহিকয়॥ ৪৯৪

যদি হুয়ো আছে পঢে অভক্ত ব্ৰাহ্মণে।
তাতে জানো ভাজিধ্যক্তি (?) নকৰে কাৰণ॥
আসিলা তোমৰা সবে ইথানক প্ৰতি।
কহিলেও তোৰা সৱে সুবুঝা সম্প্ৰতি॥ ৪৯৫

যদি হৰি-ভক্ত বিপ্ৰে স্বামী-টীকা চাই।
শ্ৰীভাগৱত পঢে যি থানে সদায়॥
সেহি থান সেহি সঙ্গ এৰিয়া ফুৰয়।
সিটো জন মহামূঢ কিছু নজানয়॥ ৪৯৬

যদি বোলা আসিলোহো তাহান আজ্ঞাত।
তেবে তোমসাৰ দোষ নাহিকে সাক্ষাত॥
মহন্তৰ আজ্ঞা-কৰণেসে মহাধৰ্ম্ম।
সকলে শাস্ত্ৰৰ জানা এহি তত্ত্ব-ধৰ্ম্ম॥ ৪৯৭

বিষ্ণু-বৈষ্ণৱৰ অল্পমানো ভেদ নাই।
আপুনি ঈশ্বৰে কহিছন্ত ঠাই ঠাই॥
বৈষ্ণৱৰ বাক্য যিটো ঈশ্বৰৰ বাণী।
বংশীগোপালন্তে আক লৈবাহা প্ৰমাণি॥ ৪৯৮

এহি মতে আনো অৰ্থ কহিলা বিস্তৰ।
দিলা বৈষ্ণৱক ৰহিবাৰ বাসা-ঘৰ ॥
বৈষ্ণৱসকলে তাঙ্ক নিতে সেৱা কৰে।
ৰহস্য ৰহস্য কথা পুছন্ত সাদৰে ॥ ৪৯৯
শ্ৰীহৰিদেৱৰ ভাৱে তুষ্ট কৰিলন্ত।
দেৱ গোপালৰ বাক্য সৱে কহিলন্ত ॥
কতোদিন আছি পাছে আসিবাক প্ৰতি।
প্ৰাৰ্থিলন্ত যথাযোগ্য কাৰ্য্যৰ যুগুতি ॥ ৫০০
ভাল বুলি প্ৰশংসিয়া উপায় চিন্তিলা।
দৌল-গোবিন্দক প্ৰাৰ্থি আগ কৰি দিলা ॥
সিংহাসন সমীপত থৈলন্ত সাদৰি।
প্ৰাৰ্থনা কৰিলা পাছে কৃতাঞ্জলি কৰি ॥ ৫০১
কৃষ্ণ কৃষ্ণ মহাকৃষ্ণ জগত তাৰিয়ো।
বংশীগোপালৰ থানে আপুনি চলিয়ো ॥
গোবিন্দ মূৰ্ত্তিয়ে যদি যায়া তান ঠাই।
দেখায়ো মহিমা আমি সবে থাকো চাই ॥ ৫০২
এহি বুলি কৰযোৰে প্ৰাৰ্থিয়া থাকিলা।
কণ্ঠ হন্তে মালাখান খসিয়া পৰিলা ॥
গোবিন্দ মূৰ্ত্তিৰ কণ্ঠে ফুৰি তিনি পাক।
ৰহিলেক মালাধাৰ দেখিলেক তাক ॥ ৫০৩
শিশু জগন্নাথে লাম্ফ দিয়া মূৰ্ত্তি ধৰি।
নচুৱাইলা তুলি জয় জয় কৃষ্ণ স্মৰি ॥

বংশীগোপালৰ থানে যান্ত জগন্নাথ।
এহি বুলি পুনু প্ৰণামিলা দমাই মাথ॥ ৫০৪

কহিবে লাগিলা পাছে সঙ্গোপ কথাক।
শুনা শুনা বৈষ্ণৱসকল মোৰ বাক॥
দৌল গোবিন্দ মূৰ্ত্তি ইহাঙ্কো বোলয়।
ওহি সমীপত এক পুষ্প-বাৰী হয়॥ ৫০৫

তাহাতে প্ৰবেশি এহে শৰীৰ বঞ্চাই।
পিন্ধিলা বিস্তৰ পুষ্প ভাল ভাল চাই॥
পুষ্পমালী আসি পাছে ইহাঙ্ক দেখিলা।
কেনে পুষ্প লৈলি বুলি হাতত ধৰিলা॥ ৫০৬
ইথানৰপৰা জগন্নাথে দিলা ডাক।
নেড়িবি নেড়িবি তঞি পুষ্প-চোৰা তাক॥
মালীৰ হাতৰপৰা মুকলি হৈবাক।
লীলা কৰি দিলা পাছে তিনিশ টঙ্কাক॥ ৫০৭

সেহি কাৰণত থাকি মনে আৰ কৰি।
দৌলত স্থঠন্ত পাছে লীলা কোপ কৰি॥
নপাৰিলো তুলিবাক একোৱে প্ৰকাৰে।
দৌল-যাত্ৰা ভৈল পাছে আন প্ৰতিমাৰে॥ ৫০৮

মোহোত কহিলা দেৱে নিশাত চেতাই।
পুষ্পৰ কাৰণে মঞি যাইবো আন ঠাই॥
শত ধেনু বধে ৰাম কৃষ্ণ যেন নয়।
জগন্নাথ গোবিন্দৰ সেহিমত হয়॥ ৫০৯

যেন অৱতাৰ হয়া নৰ-নাট্য কৰে।
প্ৰতিমা ৰূপতো তেন লীলাক আচৰে ॥
শ্ৰীৰাম পৰশুৰাম দুয়ো অৱতাৰ।
বিহা কৰি যান্তে ভৈল যেমন প্ৰকাৰ ॥ ৫১০

এহে জগন্নাথ এহো গোবিন্দ ঠাকুৰ।
দুয়ো একে মূৰ্ত্তি জান ঈশ্বৰ প্ৰভুৰ ॥
যাৱোক তোমোৰা বংশীগোপালৰ ঠাই।
পূজা নেপেলাইবা একো দিনা পথে যাই ॥ ৫১১

কতো থানে মহিমা দেখিবা ঠাকুৰৰ।
দণ্ডৱতে স্তুতি-নতি কৰিবা বিস্তৰ ॥
কহিবাহা বংশীগোপালৰ আগে যাই।
মোৰ প্ৰীতি লভি ৰহোক সদায় ॥ ৫১২

মোক মোৰ বোলন্তোক তহিতে থাকিয়া।
মনে ধৰিলোহো তাঙ্ক আশ্বাস কৰিয়া।
এহি আশ্বাসিয়া কৰি স্তুতি-নতি বাণী।
জগন্নাথ কণ্ঠ হন্তে দিলা মালা আনি। ৫১৩

বৈষ্ণৱসকলো পাছে স্তুতি-নতি কৰি।
আসিলেক মহাৰঙ্গে ঠাকুৰক ধৰি ॥
আসন্তে পথত বহু মহিমা কৰিলা।
স্তুতি-নতি পূজা কৰি ভকতে তুষিলা ॥ ৫১৪

কতো দিন আসি পাছে সমীপে ঠেকিলা ॥
তাতে থাকি আগে যাই ভকতে কহিলা।

বাৰ্ত্তা কহা বৈষ্ণৱক বিস্তৰ পূজিলা ॥
গ্ৰামে-সত্ৰে যত লোক এক যূথ ভৈলা ॥ ৫১৫
জকাইচুকা বাণফাঙ্গ নাৰায়ণপুৰে।
বহু প্ৰজা আছে কতো কাছে কতো দূৰে ॥
সৱেও শুনিল দিনা ছয়কৰ আগে।
জগন্নাথ আসে আগ বাটিবাক লাগে ॥ ৫১৬
আসিল শুনিয়া প্ৰজা উত্ৰাৱল ভৈলা।
লৱডা-লৱডি কৰি শীঘ্ৰে লাগ লৈলা ॥
অধিকাৰীসৱে নানা বাদ্য-ভণ্ডে গই।
শীঘ্ৰে লাগ লৈলা দেৱ গোপালৰ গই ॥ ৫১৭
গোপালো আছন্ত সমস্তকে বাট চাই।
দুই দিনে সৱে লোক ভৈলা এক ঠাই ॥
পাছে বংশীধৰদেৱে আনন্দ কৰিয়া।
মহা-মহোৎসৱে চলি গৈলা সাদৰিয়া ॥ ৫১৮
যেতিক্ষণে দেখিলা গোবিন্দ ঠাকুৰক।
প্ৰেমানন্দে ব্যাপিলেক দেৱ গোপালক ॥
ঊৰ্দ্ধবাহু কৰি জয় জয় কৃষ্ণ বড়ি।
প্ৰণামিলা পুনু পুনু দণ্ডৱতে পৰি ॥ ৫১৯
আসনত তুলিলা গোবিন্দ ঠাকুৰক।
মহোৎসৱে লড়িলন্ত আপুন সত্ৰক ॥
সিবেলাত মহোৎসৱ ভৈল যত যত।
কতেক কহিবো তাক সঙ্ক্ষেপ পদত ॥ ৫২০

সকলে লোকর যেন আনন্দ মিলয়।
ধীরে ধীরে যারে খণো থমকি থাকয়॥
চতুর্ভিতি বেঢি প্রজা চলে চাই চাই।
ঘনে ঘনে হরি-ধ্বনি নানা বাদ্য বাই॥ ৫২১
সিকালত অধিকারী সরে যেন রাজা।
গায় গায় নানা বাদ্য-ভণ্ডে চলে প্রজা॥
অনেক দগল ঢোল বারে ঠাই ঠাই।
ঠায়ে ঠায়ে গীতি-বাদ্য মৃদঙ্গ বজাই॥ ৫২২
বহুতর লোকে যাই শিঙ্গা বংশী বাই।
কতো কতো চলে ররকাংসক কোবাই॥
মাদল কেবেলি বারে নাচে ঠাই ঠাই।
তার ছেরে নট-নটী নৃত্য করে যাই॥ ৫২৩
ঠায়ে ঠায়ে বৈষ্ণরসকলে নাম গায়ে।
কতো কতো তাল কতো চাপরি বঝায়ে॥
কতো কতো শঙ্খধ্বনি কতো ঘণ্টা বাই।
গোবিন্দ গোপাল দুইকো আবরিয়া যাই॥ ৫২৪
অধিকারী সরে চলে হয়-হস্তী যানে।
কাহাল মহরী বীণা বারে স্থানে স্থানে॥
দলবেণু পাভকালি বারে কতো ঘনে।
ঝুমাঝুমি উকলি দিয়য় নারীগণে॥ ৫২৫
কাবো কেহো মুগুনয় কিছু মাত-বোল।
হস্তর ঠারত মাত্র করে হরি-বোল॥

এহিমতে বাদ্যে-ভণ্ডে প্রজাৰ আন্দোলে।
কম্পে পথ পৃথিবীও যেহেন হিন্দোলে॥ ৫২৬

এমনে প্রাৰম্ভে নিয়া সত্রত তুলিলা।
চতুৰ্দ্দিশে জয় জয় কৃষ্ণ উচ্চৰিলা॥
অল্প স্থানে নোজৰয় প্রজা বহুতৰ।
বাহিৰতে নানা স্থানে ৰহিল বিস্তৰ॥ ৫২৭

ভাল ভাল বুদ্ধিমন্ত লোকক পাঠিলা।
তাৰাসৱো গৈয়া সৰ্ব্বলোকক ৰাখিলা॥
নিৰ্ম্মাল্য প্রসাদ মানে নিয়ম কৰাই।
যূথে যূথে বিভাগিয়া দিলন্ত পঠাই॥ ৫২৮

গোবিন্দ ঠাকুৰ দেৱ গোপালৰ বলে।
নিৰ্ম্মাল্য-প্রসাদ জনে লভিল সকলে॥
স্ত্রী-বাল্য-বৃদ্ধ-অন্ধ-পঙ্গুৱে পৰ্য্যন্তে।
নপালো প্রসাদ কেহো নকহিলা অন্তে॥ ৫২৯

বহু দিনে যত্ন কৰি বিস্তৰ সম্ভাৰ।
মিলাইলিও দিবে মাটে ততেক প্রজাৰ॥
দিয়া খৈয়া তথাপিতো থাকিল বিস্তৰ।
দেখিয়া বিস্ময় আতি ভৈল ভকতৰ॥ ৫৩০

থানে স্থানে গৈলা সৱে প্রশংসা কৰিয়া।
আনন্দৰ ভৰে কম্পে সমস্তৰে হিয়া॥
গৈয়া লোকে কহিলন্ত অনেক দেশত।
জগন্নাথ আসি আছে ডেৰেৰাপাৰত॥ ৫৩১

বৈষ্ণৱ সৱকো দেৱে শুশ্ৰূষা কৰিলা।
তাৰাসৱে যথাৱতে কথাক কহিলা॥
শিশু জগন্নাথে যত যেমনে বুলিলা।
তেমনে কৰিয়া তাকো সমস্তে কহিলা॥ ৫৩২

ডেবেৰাপাৰত মহোৎসৱ

আৰু বুলিলন্ত তেহো নলাগে আসিব।
ছয়মাস হন্তে মোৰ শৰীৰ পৰিব॥
সিসব কথাক শুনি গোপাল প্ৰভুৰ।
চিত্তত মিলিল আতি আনন্দ প্ৰচুৰ॥ ৫৩৩

এহিমতে গোবিন্দ ঠাকুৰ মূৰ্ত্তি পাই।
মদনগোপাল সমে থৈলা এক ঠাই॥
নিতে নিতে প্ৰাতস সায়াহ্ন সময়তে।
নানা স্তুতি কৰি প্ৰণাময় দণ্ডৱতে॥ ৫৩৪

বৃহত দেৱৰী নাম শ্ৰীহৰি গোসাঞি।
তেহে পূজা কৰে নিতে সম্ভাৱ মিলাই॥
মদনগোপাল মূৰ্ত্তি গোবিন্দ ঠাকুৰ।
দুইকো দেখি সমস্তৰ আনন্দ প্ৰচুৰ॥ ৫৩৫

বাহুজন বৈষ্ণৱে কৰয় পৰিচাৰ।
তথাপি মাৰিবে আউল নপাৰে প্ৰজাৰ॥
লোক-যাত্ৰা সময়ত যেমনে হুৱয়।
সেহি মতে নিতে প্ৰজা বিস্তৰ আশয়॥ ৫৩৬

ৰোগীসৱো ৰোগ গুচাইবাক আশা কৰি।
বন্ধ্যা আসি পুত্ৰ মাগে প্ৰণামি সাদৰি॥

সুৱৰ্ণ ৰজত ফুল বস্ত্ৰ আদি যত।
দ্ৰব্য দিয়া প্ৰাৰ্থনা কৰয় নানা মত ॥ ৫৩৭
আনে যেবে যিবা মনে বাঞ্ছনী আছয়।
তাকে তাকে মাগি নানা দ্ৰব্যক দিৱয় ॥
বাঞ্ছিত লভয় শুনি সৱে উত্ৰাৱল।
আমাসাৰ বাঞ্ছিতক কৰিব সাফল ॥ ৫৩৮
এহি বুলি ৰঙ্গ কৰি আসে বহুতৰ।
দেখি কিছু দুঃখ মন ভৈল ভকতৰ ॥
লোক-সঙ্ঘটত-ভাগে হৰি-কথা-ৰস।
যদি বাধা কৰি লোকে কহিবে দুৰ্যশ ॥ ৫৩৯
গোবিন্দ ঠাকুৰ দেৱ যিখানি কৰয়।
আন কোন জনে তাক বাধিবে পাৰয় ॥
এহি বুলি হাঁসি হাঁসি ভকত থাকয়।
খণো নাম-গৃহে বসিবাকো নোজোৰয় ॥ ৫৪০
এহিমতে বহুজন আসয় দেখিয়া।
পাছে একদিনা দেৱে চিন্তন্ত বসিয়া ॥
লোকৰ আনন্দ দিলা ইও বড় ধৰ্ম্ম।
হৰি কথা-বিৰসত মিলে মহা মৰ্ম্ম ॥ ৫৪১
জগতৰ হিত চিন্তি সুখ দিবে মনে।
গোবিন্দ ঠাকুৰ দেৱ আসিছা আপুনে ॥
যেন মনে কথা-ৰস নভাগে আমাৰ।
তেমনে হৱয় যেন লোক-ব্যৱহাৰ ॥ ৫৪২

প্ৰাৰ্থনা কৰিবো আজি প্ৰভুৰ পাৱত।
তেৰেসে সিজিব আমাসাৰ অভিমত ॥
এহি বুলি মণিকূট গৃহত পশিলা।
দণ্ডৱতে পৰি পুনু প্ৰণাম কৰিলা ॥ ৫৪৩
পূৰ্ব্বৱতে তুতি-নতি কৰিলা বিস্তৰ।
পাছে বিনাইবাক লৈলা বাঞ্ছিত মনৰ ॥
দেৱ দেৱ জগন্নাথ গোবিন্দ ঠাকুৰ।
প্ৰতিমা স্বৰূপে প্ৰভু মূৰুতি মধুৰ ॥ ৫৪৪
ওডেষাৰপৰা আইলা আমাক কৃপায়ে।
কৃপা যেনমত হয় তেমন যুৱাই ॥
তযু গুণগণ ৰসে শ্ৰৱণ-কীৰ্ত্তন।
কৰিয়া বৈষ্ণৱ সমে থাকো সৰ্ব্বক্ষণ ॥ ৫৪৫
নকৰিছো আন বিষয়ক আশা মনে।
তুৱা পাৱে ৰতি-ৰস মিলোক সঘনে ॥
ইহাৰ বিঘিনি যদি নোহয় আমাৰ।
তেৱে প্ৰভু সৱে কৃপা মিলয় সৱাৰ ॥ ৫৪৬
সকামী নিস্কামী যদি তোমাত ভকত।
তথাপি তোমাৰ প্ৰভু নিস্কামীত ৰত ॥
অন্তৰ্য্যামী ৰূপে থাকি সৱাৰ হিয়াত।
যথাযোগ্য কৰায়োক আপুনি সাক্ষাত ॥ ৫৪৭
এহি বুলি প্ৰেমে মাতিবাকো নপাৰিলা।
নমস্কাৰ কৰি নাম-গৃহত বসিলা ॥

সেহিদিনা হস্তে ভৈল যোগ্য ব্যৱহাৰ।
সত্ৰত নভৈল সঙ্ঘট আতি সকামী প্ৰজাৰ ॥ ৫৪৮
অমঙ্গল যথা সুখে কৃষ্ণ-কথা-ৰস কৰি পান।
ভক্ত সমে আছা যেৱে কতো কাল মান ॥
খনো কাঁহীকুছি খনো কলাবাৰী যাই।
ভকতৰ মন পূৰি আসন্ত হুনাই ॥ ৫৪৯

পাছে কতো কাল আসি ঈশ্বৰ ইচ্ছাত।
মধ্যে মধ্যে অমঙ্গল মিলয় সাক্ষাত ॥
গোবিন্দ ঠাকুৰ মূৰ্ত্তি আসন এৰিয়া।
মাটিত থাকয় আসি সৰ্ব্বাঙ্গে ঘামিয়া ॥ ৫৫০

ফেকুৰা ৰৱয় খণো হাষ্টিত পশিয়া।
খনো শাঙ্খিনী দেখো যাৱে দেখা দিয়া ॥
ভক্ত সমস্তৰ পূৰ্ব্ব ভাৱ নেদেখয়।
প্ৰসঙ্গকো হেলা কৰি বসিয়া থাকয় ॥ ৫৫১

দেৱ গোপালৰ কিছো মনে অসন্তোষ।
দেখিযা ভক্তৰ প্ৰসঙ্গক হেলা দোষ ॥
এক দিনা বোলে শুনা বৈষ্ণৱসকল।
তোমৰাসৱৰো কেনে ভৈল অমঙ্গল ॥ ৫৫২

পূৰ্ব্বে আতি তীব্ৰ আছিলাহা প্ৰসঙ্গক।
এবে বৃথা কথা কহি থাকাহা কিসক ॥
ইমত স্বভাৱ ভৈলে ভাল নুহিবেক।
কহিবো ইহাৰ ফল শীঘ্ৰে মিলিবেক ॥ ৫৫৩

সেহি বেলা মোৰ পিতামহো আসিছিলা।
তাহান আগত দেৱে সকলে কহিলা॥
অত্যন্ত বিশ্বাসী ভৃত্য তাহাঙ্ক দেখিয়া।
আনো যথা বৃথা কথা কহিলা স্মৰিয়া॥ ৫৫৪
শুনি পিতামহো অসন্তোষে বুলিলন্ত।
জানো কৃষ্ণে ইটো থান উচ্ছন কৰন্ত॥
যিটো কৃষ্ণে মথুৰাত হুয়া অৱতাৰ।
উছাদ কৰাইলা থান গিয়াত্তি প্ৰজাৰ ৫৫৫
সেহি কৃষ্ণে যিখানি কৰিবে লীলা কৰি।
তাক গুচাইবেক কোনে উপায় আচাৰি॥
যত যত উপায়া কৰয় সাধুগণ।
কৃষ্ণে নকৰাইলে তেবে সবে হোৱে ছন্ন॥ ৫৫৬
এহি বুলি পিতামহো গৈলা সেৱা কৰি।
গৃহতো আসিয়া দুঃখ পাইলা স্মৰি স্মৰি॥
শুনা সভাসদ কৃষ্ণ বৈষ্ণৱ চৰিত্ৰ।
অভীষ্ট-দায়কো মহা শুদ্ধকাৰী হিত॥ ৫৫৭
গুৰেষাৰ শিশু জগন্নাথে শুনি যাক।
বুলি পঠাইলন্ত বহুতৰ প্ৰিয় বাক॥
মহন্তৰ কথা শুনি মহন্তসকল।
প্ৰেমানন্দে মজি যেন হয়ে উত্ৰাৱল॥ ৫৫৮
এতেকে সন্তৰ কথা সন্তেও শুনিয়ো।
মঞি-অধমক মনে আশীৰ্ব্বাদ দিয়ো॥

সুখে ৰাম কৃষ্ণ নাম সন্তৰ সঙ্গতি ।
ইহ পৰলোকে সদা কৃষ্ণত ভকতি ॥ ৫৫৯
এহি তিনি বাঞ্ছা মোৰ হৌক অবিশ্ৰাম ।
ভনে ৰমানন্দে ডাকি বোলা ৰাম ৰাম ॥

## ছুলড়ী

বংশী-গোপালৰ ডেৰেৰাপৰ, গৰাকাথৰৰ জয়মুকুন্দৰ গোবিন্দপুৰ আৰু জয়হৰিৰ ধুৰ্বাবোল থানত ৰজাঘৰীয়া উপদ্ৰৱ

এহিমতে যথা ডেৰেৰা পাৰত
ভৈল বিপর্য্যয় কথা ।
আনো থানে থান বৈষ্ণৱৰ মনে
মিলিবে লৈলেক তথা ॥ ৫৬০
গৰাকাথৰত গোবিন্দপুৰত
জয়মুকুন্দৰ থান ।
মহা ভাগৱত হৰি-নামে ৰত
বৈষ্ণৱ আতি প্ৰধান ॥
তাহান সঙ্গত ছয় কুৰি ভক্ত
কৰয় নাম-কীৰ্ত্তন ।
শিঙ্গা শঙ্খ বীণা কৰতাল আদি
বাদ্যত কাম্পে গগন ॥ ৫৬১
দুই হস্তে দুই চামৰ ধৰিয়া
মধ্যত মুকুন্দ থাকে ।

কৃষ্ণক দেখিয়া আনন্দে কম্পিয়া
উঠি কৃষ্ণ কৃষ্ণ ডাকে ॥
থমকি থাকয় খনো বাগৰয়
খনো উঠি নৃত্য কৰে ।
তেখনে ভকুৰ নামৰ বাদ্যত
শব্দত ধৰণী লৰে ॥ ৫৬৩

এমনে প্ৰসঙ্গ কৰন্ত নিতান্তে
আনন্দতে দিন যাই ।
ফল-মূল গব্য ইক্ষু কলা মাস
বিনাই আন নখাই ॥
ডাকে যদি কৃষ্ণে ঠাৱতে দিয়ান্তে
বাছিসে ভোজন কৰে ।
থানত থাকিয়া সকলে দেখয়ে
যিজনে যিবা আচৰে ॥ ৫৬৪

নাম-কীৰ্ত্তনত তাহান ভাৱত
বহুত লোকে আসিয়া
তাহাঙ্ক দেখিয়া আনন্দ লভিয়া
চলয় হৰি ভজিয়া ॥
তাহানো সঙ্গত অমঙ্গল দেখি
বুলিলা মনে বিচাৰি ।
যিটো যিটো জনে ৰাখিবা দেহক
যায়োক সবে অন্তৰি ॥ ৫৬৫

জয়মুকুন্দৰ দেৱগোপালৰ
বিচাৰ কালত যাই।
মুকুন্দক ছাৰি আইল আগ বাঢি
দেৱ গোপালৰ ঠাই ॥
গোপালে বোলন্ত জয়হৰি ভাই
তুমি ধৰা মোৰ বাণী।
পছিমে যায়োক দেখিবা সন্তক
লৈয়োক শাস্ত্ৰ প্ৰমাণি ॥ ৫৬৬
জয়হৰি ভাৱে উঠি তুষ্ট মনে
দেৱ গোপালৰ পাৱে।
দণ্ডৱতে পৰি নানা স্তুতি ৰডি
গৈলা দামোদৰ ঠাৱে ॥
দেৱ দামোদৰ আনন্দ কৰায়া
দুয়ো মহন্তক পাই।
নমস্কাৰ কৰি দুইৰো আজ্ঞা ধৰি
আসিলা ঐক হুনাই ॥ ৫৬৭
ধুৱাঁৰোলে ঠাই ৰৈলা নাম গাই
গোপালৰ আজ্ঞা ধৰি।
থাকয় নিভাস্তে চাৰি কুৰি সন্ত
সহিতে প্ৰসঙ্গ কৰি ॥
এহি তিনি থানে সত্ৰ তিনি খান
ভকতৰ বিথিনি হৈল।

তাহাৰ কাৰণ শুনিয়োক যেন
কিৰাতৰ ৰণ ভৈল ॥ ৫৬৮
অসম নৃপতি দিলা অনুমতি
সুন্দৰ গোহাঁই যাই।
ৰণত পৰিল খলুৱা কহিল
সুযুঝি আইল পলাই ॥
শুনিয়া নৃপতি ক্রোধ কৰি অতি
নপাইল কৰি বিচাৰ।
সেহি সময়ত ম্লেছ অভকত
অসমৰ পৰিয়াৰ। ৫৬৯
গোবিন্দপুৰত মাগিয়া ভকত
নপাই থান সাজ-পাতি।
মিথ্যা কৰি ছলে ৰাজাত কহিলে
অতি কোপে ক্রূৰ জাতি ॥
সুন্দৰ গোঁহাইক বেশক সলাই
ভকতে লৈয়া ফুৰয়।
দেখিলা সাম্প্রতে ভকতৰ মাঝতে
ধৰিলে তাঙ্ক ধৰাই ॥ ৫৭০
নৃপতি প্রচণ্ড কাটি খণ্ড খণ্ড
কৰয় অল্প দোষতে।
সিটো কথা শুনি জ্বলিল অগনি
যেহেন ভৈল ক্রোধতে ॥

চক্ষুক পকাই যিভিতিক চাই
জৰ্জ্জি পৰে প্ৰজাগণ।
বাক্য নাহি মুখে থাকে হেঠ মাথে
পাত্ৰসৱো কম্পমান॥ ৫৭১
ক্ৰোধত গুঞ্জৰি চক্ষু টেৰ কৰি
পাঞ্চিলে চেঙ্গধৰাক।
লৈয়া যাস নাৱ যত ভক্ত পাৱ
ধৰিয়া আন সৱাক॥
চেঙ্গধৰা যাই শীঘ্ৰ বেগে ধাই
নৌকায়ে আসি ঠেকিলা।
তিনিয়ো সত্ৰক ধৰিবে মনক
ভিনে ভিনে নৌকা দিলা॥ ৫৭২
গোবিন্দপুৰৰ ভক্ত ধৰি লৈলা
থানতে তাক্ক কাটিলা।
ধোৱাঁলোৰে যাই হৰি ভাৱ ধৰি
ভকতসৱে তুলিলা॥
ডেবেৰাপাৰত প্ৰাতস কালত
পেলাইলা সত্ৰ আৱৰি।
কেহো নাস্তৰিল সৱেও পৰিল
দেৱক প্ৰমুখ্য কৰি॥ ৫৭৩
চেঙ্গধৰা গৈয়া ভিতৰ পশিয়া
দেৱৰ পাৱত ধৰি।

যুগুতি কবিলা দেৱক এবিলা
কথা-ভাষ বহু কবি ॥
শুনা দেৱ বাপ প্রচণ্ড প্রতাপ
ৰাজা যেন জানো মোৰ।
তোমাক থৈ যাই আমাৰ পিঠাই
মিলিব জানো দুর্ঘোৰ ॥ ৫৭৪
যদি লৈয়া যাঞ তেবে নাশ হুঞ
বংশে সমে অধোগতি।
এতেকে আমাক একৰাইবে লাগি
পাছতে আসা সম্প্রতি ॥
দেখায়ো নিদিবা লুকাযা থাকিবা
পাত্র সমে আলোচিবো।
তোমাৰ ভক্তক গোপাল বুলিয়া
দেখাই তেভো নেদিবো ॥ ৫৭৫
এহিমতে আনো কথা আলচিয়া
দেৱৰ বচন ধবি।
কতুটি ভক্তক মিলি চলি গৈলা
পলাইবাৰ ছল কবি ॥
চেঙ্গধবা যাই ভক্তক যোগাই
বজাত সবে কহিলা।
বজায়ো শুনিয়া ক্রোধত জলিয়া
সবাকো কাটিবা দিলা ॥ ৫৭৬

দেৱ গোপালক ভণ্ডাৰী গোসাই
গদাধৰে নিয়াইলেক।
বলোভদ্ৰ আতা মঞ্চিসে গোপাল
বুলি গাৱ পাতিলেক॥
মৰাণে মাৰিব ভকতে জানিলা
আমাকে আবে মাৰয়।
অতি উচ্চ কৰি মুখ ভৰি ভৰি
ৰাম কৃষ্ণ উচ্চৰয়॥ ৫৭৭
কাৰো ভয় নাই কৃষ্ণ নাম গাই
থাকন্তে সৱে মাৰিলা।
লোকেও জানিলা গোপালদেৱৰো
শৰীৰ তথা পৰিলা॥

বংশী-গোপালদেৱ গদাধৰ ভণ্ডাৰী বৰুৱাৰ গৃহত : ভক্ত-বৈষ্ণৱৰ বিপত্তি

ভণ্ডাৰী বড়ুৱা আৰো চেঙ্গধৰা
ভণ্ডাৰী গদাধৰৰ।
গৃহত আছয় তিনিসে জানয়
নজানয় আন নৰ॥ ৫৭৮
দেশে দেশে যত হৰিত ভকত
পলাই ৰৈল গুপ্ত হুয়া।
সবে প্ৰজাগণে কান্দয় সঘনে
দেৱক মনে স্মৰিয়া॥
শুনা সাধু জন সকলে কালত
সুখ দুখ দুই ফল।
ঈশ্বৰে দিৱয় কেহো নবাধয়
ভুঞ্জয় প্ৰাণী সকল॥ ৫৬৯

বসুদেৱ দেৱ- কীত আসি কৃষ্ণে
অৱতাৰ ধৰিছন্ত ।
তথাপি তাৰাক কংসক নিমিত্ত
কৰিয়া দুঃখ দিলন্ত ॥

একান্ত ভকত পাণ্ডৱবৰ্গক
বহুত আপদ দিলা ।
আনো ঠাই ঠাই যত দেখা পাই
কৃষ্ণৰেসে সবে লীলা ॥ ৫৮০

জনম মৰণ যাৰ যৈত হয়
নিমিত মাত্ৰো কেৱলে ।
এতেকে মহন্ত কহে এহিমানে
কৃষ্ণসে দেৱ কেৱলে ॥

হে প্ৰাণ কৃষ্ণ তুমি মোৰ ইষ্ট
দেৱতা বান্ধৱ স্বামী ।
সুহৃদ বান্ধৱ সহায় ঈশ্বৰ
জানিয়া ভজিছো আমি ॥ ৫৮১

ইহ পৰলোক সহায় দিয়োক
সৎসঙ্গ ভকতি নাম ।
এহি মোৰ হৌক সভাসদ লোক
ডাকি বোলা ৰাম ৰাম ॥

## পদ

এহি মতে আছন্ত গোপালদেৱ যাই।
গদাধৰ ভণ্ডাৰীৰ গৃহত লুকাই ॥ ৫৮২
দেৱৰী শ্ৰীপতি আতা সঙ্গত আছয়।
বৃদ্ধ গদাধৰো সদা লগতে থাকয় ॥
তিনিও সদায়ে বসি প্ৰসঙ্গ নেৰয়।
ভকতসৱক স্মৰি শৰীৰ পোৰয় ॥ ৫৮৩
মকমক ক্ৰন্দন কৰিয়া খনো থাকে।
পাছে ধৈৰ্য্য ধৰি শাস্ত্ৰ জ্ঞান চৰ্চ্চি থাকে ॥
কদাচিত হৰি লীলা স্মৰিয়া হাসন্ত।
ভকতকো দুঃখ দিয়া হৰিয়ে ক্ৰীড়ন্ত ॥ ৫৮৪
গদাধৰে বোলে প্ৰভু দেখিলো ইহাক।
বৈষ্ণৱসৱৰো মিলে বিঘিনি বিপাক ॥
নৰনাৰায়ণ ৰাজা কোপ কৰি মনে।
শ্ৰীশঙ্কৰকো দিলা ভোটৰ কাৰণে ॥ ৫৮৫
গৃহ বেঢ়িলাত শীঘ্ৰে শঙ্কৰ পলাইলা।
নাৰায়ণ মাধৱক গৃহতে ধৰিলা ॥
দুয়ো মহন্তক নিয়া ভোটত বিকিলা।
ভোটেও প্ৰৱন্ধে বেত্ৰে বান্ধি ধৰি নিলা ॥ ৫৮৬
পঞ্চ দিন পথ নৈয়া ভোটৰ হাতত।
নিশা ভৈলে অতি দুঃখ অতি বন্ধনত ॥
তথাপিতো হৰি-নাম মুখত নেৰয়।
এক নিশা দুই কৰ্ণে বচন শুনয় ॥ ৫৮৭

কোনে মাতে তাক একো দিশে নেদেখয় ।
মেলিলো বন্ধন দুয়োজনে নাহি ভয় ॥
পাছে দুয়ো দেখে নাহি শৰীৰে বন্ধন ।
ভোট মানে পৰি আছে নিচেষ্ট-শয়ন ॥ ৫৮৮
আসিলেক দুয়ো জন শীঘ্র বেগে ধাই ।
লভিলা আনন্দ পুনু শঙ্কৰক পাই ॥
যাৰে নেদেখিলা মুখ দুয়ো বৈষ্ণৱৰ ।
নভৈল ভোজন কিছো শ্রীশঙ্কৰৰ ॥ ৫৮৯
পূৰ্ব্বত বুলিলা মোক দেৱ দামোদৰে ।
আপুনি থাকিবো মঞি যাঞো তান ঘৰে ॥
জানিলো এবেসে সিটো বচন ফলিল ।
গোপাল স্বৰূপে দামোদৰেসে আসিল ॥ ৫৯০
এহিমতে আনো মহন্তৰ কথা কহি ।
গদাধৰ দেৱে শ্রীপতিয়ে থাকে ৰহি ॥
কতো দিন পাছে কতোজনেসে জানিলা ।
দেৱ হুনু গদাধৰ-গৃহত থাকিলা ॥ ৫১১
জানে মাত্র আসি নপাৱয় দেখিবাক ।
আৰু যত কথা নকহিলো তৈত তাক ॥
সেহি কালে ভৈল জগতৰ দুঃখ আতি ।
নিশা ভৈল দিনত কতোৰ দিন ৰাতি ॥ ৫৯২
ৰাম বুলি ভয় কৰে পৰে শুনে বুলি ।
মনে জাপ্য আৰো চিত্তে স্মৰয় সমূলি ॥

নাহি কাৰো থান সত্ৰ সৱে বৈষ্ণৱৰ ।
গৃহস্থৰ ঘৰে থাকে পশি অভ্যান্তৰ ॥ ৫৯৩

গৃহী সমস্তৰ ভাগ্য সাফল জীৱন ।
ধন গৰু ভাঙ্গি কৰে ভক্তক ৰক্ষণ ॥

কোন বেলা ৰাজ-শাস্তি ভুঞ্জয় বিস্তৰ ।
মিথ্যা মাতি ৰক্ষা কৰি ফুৰে ভকতৰ ॥ ৫৯৪

কংসৰ কালত যেন ভৈল যদুগণ ।
বৈষ্ণৱসৱৰ জানা ভৈলেক তেমন ॥

বংশীগোপাল জানি বণিয়াৰ পুত্ৰ ৰাজ খোৱাৰ গৃহত : ভক্ত মহন্তৰ বিলাই-বিপত্তি

এক দিনা গদাধৰ গৃহত নিশাত ।
স্বপ্নত ব্ৰাহ্মণে আসি বুলিলা সাক্ষাত ॥ ৫৯৫
প্ৰাতসে তোমাক জানো ধৰয় গোপাল ।
ইহাৰ গৃহৰপৰা বঝাযো সকাল ॥
জাগিয়া কহিলা গদাধৰৰ আগত ।
তেখনে ছাড়িয়া গৃহ উঠিলা নাৱত ॥ ৫৯৬
শ্ৰীপতিয়ে বৈঠা বাৱে আন কেহো নাই ।
জানি বণিয়াৰ গৃহে উঠিলন্ত যাই ॥

দুঃখ কৰি গদাধৰে কান্দিয়া থাকিলা ।
প্ৰাতসতে পাছে তাৰ গৃহক পুড়িলা ॥ ৫৯৭

বণিয়াৰ পুত্ৰে ৰাজখৱা তাঙ্ক পাই ।
কৰিলা গুপুতে সেৱা দেৱক সদায় ॥

ভণ্ডাৰী প্ৰমুখ্যে কতগুটি পাত্ৰগণে
নিশা আসি সেৱা কৰি যাৱে মনে মনে ॥ ৫৯৮

এহিমতে ৰবিষেক আছা নগৰত।
ভণ্ডাৰী সহিতে মন্ত্ৰ কৰিলা সাম্প্ৰত॥
নামি আসি নিশা নামভাঙ্গত ৰহিলা।
তাতো কতো দিনা মানে গুপ্ততে আছিলা॥৫৯৯
ইকথা থাকোক আৰে শুনা পূৰ্ব্ব কথা।
থকা বৈষ্ণৱৰ মানে ভৈল যথা তথা॥
যিটো দিনা চেঙ্গধৰা নিলা ভকতক।
পলুৱায়া নিলে যদি দেৱ গোপালক॥৬০০
মদনগোপাল মূৰ্ত্তি গোবিন্দ ঠাকুৰ।
পলুৱায়া দেৱৰী নিলেক কতোদূৰ॥
মালখনি আৰ ঘৰে থৈলেক লুকাই।
গুটি চাৰি ভকতেসে সেৱয় সদায়॥৬০১
দেৱ গোপালৰ বাক্য মান্য কৰি মনে।
চেঙ্গধৰা কিছু ভক্ত এৰিলা যতনে॥
তাসম্বাৰ আৰ সুখ শান্তি নভৈলেক।
মহা শোকে থানে থানে পাই ৰহিলেক॥৬০২
কলাবাৰী গ্ৰামে বৈলা শ্ৰীহৰি গোসাঞি।
ৰামচৰণ আতা কাকৈত সমাই॥
বৃহত্ত দেৱৰী বাপু ধনখলু গ্ৰামে।
যাদ' আতা ৰহিলন্ত কচুদোপ নামে॥৬০৩
কতগুটি মানে মাত্ৰ বৈষ্ণৱ ৰহিলা।
দেশে দেশে বৈল কতো শোকত মৰিলা॥

স্নেহৰ বিষয় এক বন পশিলন্ত।
জগৰৰ আগন্ত শৰীৰ এৰিলন্ত ॥৬০৪
যাক প্ৰতি শোক দেৱ গোপালে কৰিলা।
ভকতৰ দুখ তেহে একো নেদেখিলা ॥
শ্ৰীহৰি প্ৰমুখ্যে যত মহন্ত আছয়।
দেশে দেশে আনো যত বৈষ্ণৱ থাকয় ॥ ৬০৫
কিবা গ্ৰামী কিবা ভক্ত সমস্তে প্ৰজাৰ।
কিবা শুনো বুলি হিয়া কাম্পয় সবাৰ ॥
যিবা যৈতে যাক পাৱে তাহাতে পুছয়।
বাৰ্ত্তা কহ বাপ মোৰ জুৰাওক হৃদয় ॥ ৬০৬
উজনিৰপৰা যদি জনেক আসয়।
নৰ নাৰী প্ৰজা যাই আৱৰি পুছয় ॥
যদি তান মুখে ভাল-মন্দ নপাৱয়।
অসন্তোষ হুয়া দুখে গৃহক চলয় ॥ ৬০৭
গৃহস্থ ভক্তৰ মন নপৰে কৰ্ম্মত।
বৈষ্ণৱৰো চিত্ত নপশয় প্ৰসঙ্গত ॥
গড়গ্ৰামে বৈষ্ণৱৰ যি ভৈল অৱস্থা।
দিনা ছয়কৰ পাছে শুনি এক কথা ॥ ৬০৮
দেৱ সমে মাৰিলেক অনেক ভকত।
এহি কথা দেশে দেশে উঠিল সাম্প্ৰত ॥
যেহি দিনা ইটো কথা উঠিল লোকত।
আকাশী ছৰগ যেন পৰিল মুণ্ডত ॥ ৬০৯

হা হা কিনো ভৈল বুলি উৰ্ম্মি উথলিল।
দেশে দেশে ভক্তসৱে কান্দিবে লাগিল॥
দেৱ গোপালেসে যেন সৱে বাপ-মাৱ।
তেনয় প্ৰকাৰে সমস্তৰে ভৈল ভাৱ॥ ৬১০
সেহি দেৱ গোপালৰ চৰণক স্মৰি।
প্ৰেম ভাৱে মুখ ভৰি বোলা হৰি হৰি॥

## লেচাড়ি

দেশে দেশে ভক্ত প্ৰজাগণ শোকে বিয়াকুল হয়া মন
কান্দে ঝুমা-ঝুমে পৰম সন্তাপ পাই।
কতো কান্দে মাগে ভূকু মাৰি শোকে দুখে দেখে অন্ধিয়াৰি
হা হা বিধি বুলি থাকে মাথা চপৰাই॥৬১১
কতোহো থমকি থাকি থাকি গোপাল গোপাল বুলি ডাকি
গোপালৰ পাৱ স্মৰিয়া শোকে কান্দয়।
গোপালৰ পাৱ বিনে আৰ কাৰ ধূলা লৈবো বাৰম্বাৰ
যাহাক দেখিলে সকল দুঃখ হৰয়॥
কতো গোপালৰ পাৱ স্মৰি ঝুৰয় লোতক সৰসৰি
শোকে ভকভকি হৃদয় দগধ কৰে।
গোপালৰ মুখ-পঙ্কজৰ চৰণ-অমৃত সমসৰ
যাক শুনি মহা মহা পাপী সুখে তৰে॥ ৬১২

কতো দেৱ গোপালৰ মুখ কান্তি জ্বলে চন্দ্ৰসম মুখ
তাক স্মৰি সৱে কান্দি থাকে মকমকি।
বান্ধৱ গোপাল বিনে আৰ মাত্তিবে নপাৰে পুনস্বাৰ
শোক অগনিয়ে হিয়া পোৰে ভকভকি ॥

দেৱ গোপালৰ মুখ চাই আসিলোহা যিটো বাক্য পাই
তাক আমি সৱে থাকে'হো হিয়াত ধৰি।
সিটো বাক্য সুখ পুনু আৰ কৈত পাইবো আমি বাৰম্বাৰ
হা হা প্ৰভু আৱে বঞ্চিলা গোপাল হৰি ॥ ৬১৩

কতো বোলে আসি বহুবাৰ দেৱ গোপালৰ পৰিচাৰ
কৰ্ম্মক কৰিযা সন্তোষ লগাইলো মনে।
আৱে সেহি প্ৰভু গোপালৰ চৰণ বিনাই দুখিতৰ
চিত্তৰ সন্তোষ লগাইবে কাৰ বচনে ॥

কতো বোলে আমি ঠাই ঠাই দেৱ গোপালৰ আজ্ঞা পাই
ফুৰিলো আনন্দে লোকক আনন্দ দিয়া।
বান্ধৱ গোপাল বিনে আৰ পাইবো পুনু পুনু আজ্ঞা কাৰ
কাহাক দেখিলে জুৰাইবে আমাৰ হিয়া ॥ ৬১৪

কেহো বোলে দেৱ গোপালৰ চৰণ দুখানি শুদ্ধিকৰ
জানিয়া আমৰা শৰণ লৈলোহো যাই।
আৱে গৈয়া আমি বাৰম্বাৰ কাহাক কৰিবো নমস্কাৰ
কোনে বুলিবেক যাৱা অন্ন-পানী খাই ॥

কেহো বোলে দেৱ গোপালৰ চৰণ নিকটে ভৈল ঘৰ
তথাপি তাহান মহিমাক নজানিলো।

কৰিলা বিঘিনি কৃষ্ণদেৱ নপাইলো কৰিবে তাঙ্ক সেৱ
হা হা প্ৰভু আৱে সংসাৰ-তাপে মজিলো ॥ ৬১৫

কেহো বোলে লোক লগ ধৰি আসিলো এবাৰ সেৱা কৰি
হা মন্দভাগী নপাইলোহো পুনু লাগ।
কতো বোলে আমি আলচিলো প্ৰভু গোপালক নেদেখিলো
আমি দুৰ্ভাগীৰ নভৈলেক পুণ্য-ভাগ ॥
কেহো বোলে মঞি সেৱা কৰি আসন্তে মোহোৰ মাথে ধৰি
আশীৰ্ব্বাদ দিয়া পঠাইলা দেৱ গোপালে।
নপাইলো সেৱিৱে পুনু আৰ আমি মন্দভাগী দুখিয়াৰ
বঞ্চিত কৰাই ৰাজা ভৈল যম-কাল ॥৬১৬

কতো বোলে মোক পৰিহাসে মাতিলন্ত দেৱে লাসে লাসে
বৈষ্ণৱসকলে হাসিলেক তাকে চাই।
মাথা দমাই কৃতাঞ্জলি কৰি শুনিয়া আছিলো কৰ্ণ ভৰি
হা দুৰ্ভগীয়া নপাইলো আৰ তুনাই ॥
দেৱ গোপালৰ শোক-আগি শ্ৰীহৰিদেৱৰ গাৱে লাগি
মনে স্মৰা গুণ-বাতাসে অধিক কৰে।
জ্ঞান-জপানিল নুমাইবাক চাহান্তে শকতি নাহি তাক
নয়ন শৰীৰ লোতক ভস্মত তাৱে ॥৬১৭

লোকৰ বিলাপ খণ্ডি পাই শোকানল আন্তি বাঢি যাই
নপান্ত শুকতি গোপাল গোপাল বুলি।
খনোহো থাকন্ত অধো-মুই মনে গোপালৰ পদ ছুই
গেড়ি পাৰি খনো ভূমিত পৰে সমুলি ॥

বৃহত দেৱৰী সেহি মতে দিনে যুগ যাই ক্ৰন্দনতে
বান্ধৱ গোপাল বোলন্তে আকুল হয়।
শয়নে ভোজনে সৰ্ব্বদায় কৃষ্ণ গোপালৰ গুণ গাই
মধ্যে মধ্যে যেন বাতুলে বাক্য বোলয় ॥৬১৮

স্নেহৰ আস্পদ গোপালৰ মহাজন ৰামচৰণৰ
শোকৰ ঝালত বচন থিৰ নোহয়।
অগ্নি-গোপালৰ তাপ পায়া বদৰী বৃক্ষৰ সম কায়া
কৃষ্ণ-গোপালৰ গুণক কহি থাকয়॥
পিতামহ মাতামহ মোৰ দেৱ গোপালৰ শোক ঘোৰ
দেৱৰী গোসাঞিৰ সঙ্গে ভৈলা কিছো থিৰ
গোপাল কৃষ্ণৰ গুণগণ কহিয়া থাকয় অনুক্ষণ
প্ৰেমত তিমিৰ নয়নৰ বহে নীৰ ॥৬১৯

শ্ৰীকৃষ্ণ আদি মহাজন যত যত আছা অনুক্ষণ
তাসম্বাৰ চিত্ত অগনি সদৃশ দহে।
শঙ্কৰ নাতিৰ বাক্য স্মৰি দেৱ গোপালক অনুসৰি
প্ৰেমভাৱে তান গুণ কান্দি কান্দি কহে॥
ৰত্নমণিদেৱে শোক পাই কান্দি কান্দি বোলে সমুদায়
বান্ধৱ গোপালে চাড়িয়া গৈলন্ত মোক।
যাইবো আৰে মঞি কাৰ ঠাই কোনে স্নেহ কৰিবেক পাই
হা হা কৃষ্ণদেৱ অনাথ কৰিলা মোক ॥৬২০

সকলে মহন্তে যাৰ ঠাই প্ৰৱেশমাত্ৰকে কম্পি যাই
ভয়ে আনন্দতে চৰণে পৰি নময়।

বান্ধৱ গোপালে স্নেহ কৰি  আশীৰ্ব্বাদ দিলা মাথে ধৰি
তেবে দুঃখ গুচি সকলে আনন্দ হয় ॥
অমৃত-সদৃশ বাক্যচয়  শুনিয়া তৃপিতি নথগুয়
সৱাকে বঞ্চিয়া থাকন্ত সন্তোষ দিয়া ।
তেমন প্ৰকাৰে কোনে আৰ  ভয়া আনন্দক ৰাইযাৰ ?
তেজস্বী মহন্ত লোকত আছে দেখিয়া ॥৬২১
পূৰ্ব্বতে নাসন্ত ইদেশক  তথাপি মহন্ত বচনক
মান্য কৰি আসি ভাবিলা অনেক লোক ।
তেহে যদি আৰে চলি গৈলা  আমাৰ আনন্দ দূৰ ভৈলা
হা হা প্ৰাণ কৃষ্ণ দিলা মহা শোক মোক ॥
এহিমতে আনো বহু ঠাই  বহুত মহন্তে শোক পাই
ক্ৰন্দন কৰয় গোপালদেৱক স্মৰি ।
সেহি গোপালৰ পদ-দ্বন্দ  লভিবাক মনে ৰমানন্দ
প্ৰাৰ্থনা কৰয় সন্তৰ চৰণে ধৰি ॥ ৬২২
যাৰ পাদোদক শিৰে ধৰি  সকলে কৰ্ম্মৰ মূল কৰি
ৰাম কৃষ্ণ নাম ধৰি আছা দৃঢ় কৰি ।
কৃষ্ণে আক সত্য কৰন্তোক  যত আছা সন্ত শিষ্ট লোক
কৃষ্ণত প্ৰাৰ্থিয়া ডাকি বোলা হৰি হৰি ॥

| | | |
|---|---|---|
| কিঙ্কাকটা | এহিমতে নিৰন্তৰে | শোকে দুঃখে ভকতৰে ৬২৩ |
| গ্ৰামত | ক্ৰন্দন কৰন্তে যাই | লোতকৰ ছেদ নাই। |
| গোপালদেৱ | এক মাস গৈল যেবে | শুনি বংশীধৰে তেৱে। ৬২৪ |

মহা দুখ ভকতৰ গুচাইবাক প্ৰতি নৰ।
গদাধৰ সমে চাই দিলা দেৱ পঠিয়াই ॥ ৬২৫
ফুৰি ফুৰি নানা থানে সেহি আসি কাণে কাণে।
সমস্তকে কহিলেক দেৱতাক ৰাখিলেক ॥ ৬২৬
কণা-কণি কহে কথা দেৱ হুস্থ আছে তথা।
আনজন মাৰিলেক দেৱতাক ৰাখিলেক। ৬২৭
এহিমানে মাত্ৰ কয় কিন্তু স্থিতি নজানয়।
যেন সূৰ্য্য-উদয়ত মেঘ থাকে উপৰত ॥ ৬২৮
মেঘৰ নিমিত্তে কেৱ নেদেখয় সূৰ্য্যদেৱ।
তথাপি হৃদয় দঢ় সৱাৰে আনন্দ বড় ॥ ৬২৯
আমাসাক দায়াতৰে ৰাখিছে পৰমেশ্বৰে।
যৈসানি কি নাহে আৰ পাইবো দেখা দেৱতাৰ ॥ ৬৩০
এহিমতে আশাতৰে আছা লোক নিৰন্তৰে।
গৈল যদি বৰিষেক তথাপিতো নোলাইলেক ॥ ৬৩১
কৈত আছা কেনমতে জিজ্ঞাসিলা নানামতে।
তথাপিতো ন পাৰয় লোকে সুখ নলভয় ॥ ৬৩২
নেদেখি গোপাল-মুখ মহন্তসৱৰো দুঃখ।
ভক্তক দেখিবে প্ৰতি দেৱ গোপালৰ মতি ॥ ৬৩৩

ভৈল দেখি শ্ৰীপণ্ডিত ভয়ে চিত্ত নোহে থিৰ ।
আলোচন কৰিলন্ত নামডাঙ্গ এৰিলন্ত ॥ ৬৩৪
নিশা ভাগে স্থনিলন্ত শীঘ্ৰ কৰি লৰিলন্ত ।
ব্ৰহ্মপুত্ৰে ভটীয়াই ৰহি গৈয়া নানা ঠাই ॥ ৬৩৫
গুপুতে ভকতে চাই পাছে কতো দিনে যাই ।
দেখি আতি ভয় নাই ফিঙ্গাকটা গ্ৰাম পাই ॥ ৬৩৬
ভৈল কিছু মন-তুষ্টি তহিতে ৰহিলা উঠি ।
কতিপয় দিন আছে লোকে জানিলেক পাছে ॥ ৬৩৭
দেশতে উঠিল কথা দেৱ হুস্থ আছে এথা ।
এহি বুলি আসে ধাই গুপ্তে সেৱা কৰি যাই ॥ ৬৩৮
আসে যাৱে লোক যত নিশা কতো দিৱসত ।
ভগুাৰীয়ে সেহি বোলে দূত পঠিয়াই দিলে ॥ ৬৩৯
আসোক সকলে লোক দেৱে ভয় নকৰোক ।
একে থাথে বহুকাল থাকিবাৰ নাহি ভাল ॥ ৬৪০
ৰাজ-পথ এৰিবন্ত আন থানে থাকিবন্ত ।
ৰাজ-চক্ষু একে মাত্ৰ আছো আমি বহু পাত্ৰ ॥ ৬৪১
যদি দুষ্টে দেই খল তথাপি আমাৰ বল ।
মোৰ দূতে শীঘ্ৰে যাই আনিবেক পলুৱাই ॥ ৬২৪
এহি বুলি দূত গৈল সৱাৰে নিৰ্ভয় ভৈল ।
যিটো সব অনুৰাগী নিৰন্তৰে আসে ভাগি ॥ ৬৩৪
শ্ৰীহৰিদেৱক আদি যত সাধু অপ্ৰমাদী ।
শুনিলেক যেতিক্ষণ উত্ৰাৱল কৰে মন ॥ ৬৪৪

হস্তত সন্দেশ ধৰি আসিলেক শীঘ্ৰ কৰি।
দেৱগোপালৰ পাৱ দেখিয়া বাটিল ভাৱ ॥৬৪৫
বহু দণ্ডৱত কৰি প্ৰেমে চৰণত ধৰি।
কৰি নানা স্তুতিচয় সৱে তাপ দূৰ হয় ॥ ৬৪৬
বৃত্তান্ত যতেক যাৰ কহি কৰে নমস্কাৰ।
যেন ভৈলে সূৰ্য্যোদয় পদ্ম বিকশিত হয় ॥ ৬৪৭
তাসম্বাৰ দেখি মুখ দেৱৰো পৰম সুখ।
প্ৰতি বৈষ্ণৱক দেখি প্ৰেমত থাকয় পেখি ॥ ৬৪৮
অমৃত-বাক্যক নৰে শুনিলে মনক পূৰে।
যিজনে যিথানে থাকে তহিতে পঠান্ত তাঙ্কে ॥ ৬৪৯
যদি যাইবে ইচ্ছা নাই ছুভো যাৱে আজ্ঞা পাই।
যত্নমণিদেৱে যায়া দেৱ গোপালক পায়া ॥ ৬৫০
আনন্দৰ সীমা নাই মাতিলন্ত একে ঠাই।
দেৱ গোপালৰ মন তাঙ্ক পায়া অনুক্ষণ ॥ ৬৫১
প্ৰেমত লোতক ঝুৰে দেখন্তাৰ মন পূৰে।
ভয়ে তাত নথাকিলা পুনু আজ্ঞা মাগি লৈলা ॥ ৬৫২
শ্ৰীকৃষ্ণ মহাজন আৰো কৃষ্ণচৰণ।
বাসুদেৱ ৰাম কৃষ্ণ হৰিচৰণ শিষ্ট ॥ ৬৫৩
মুৰাৰি পৰমানন্দ ৰামভাৱ নিত্যানন্দ।
কায়স্থ পৰশুৰাম ৰামচৰণ নাম ॥ ৬৫৪
কমাই পুৰুষোত্তম ভূঞা-পুত্ৰ মনোৰম।
আৰাসৱো আতিশয় লোকত প্ৰখ্যাত হয় ॥ ৬৫৫

মহাজন-ধৰ্ম্ম ধৰি ঠাকুৰৰ আজ্ঞা পালি।
শঙ্কৰ-নাতিৰ ঠাই বাৰম্বাৰে আসে যাই ॥ ৬৫৬
তাৰাসৱো বাৰম্বাৰ আসি কৰে নমস্কাৰ।
দেৱ গোপালক পাই প্ৰীতি আতি বাঢ়ি যাই ॥ ৬৫৭
প্ৰেমে চিত্ত নোহে থিৰ বহে নয়নৰ নীৰ।
প্ৰেমত পাৱত ধৰি বোলন্ত বিনয় কৰি ॥ ৬৫৮
আমাৰেসে মহাভাগ তোমাক পাইলোহো লাগ।
এহি চৰণত ৰতি কৰোক আমাত মতি ॥ ৬৫৯
ইদেশত আমি দেৱ তোমাকেসে কৰো সেৱ।
অত্যন্ত তেজস্বী শুদ্ধ ব্ৰহ্মচাৰী মহাবুদ্ধ ॥ ৬৬০
কৃষ্ণৰ একান্ত ভৃত্য ভকতৰ প্ৰিয় নিত।
আনো বহু গুণ-শালী জগতৰ ধৰ্ম্ম পালি ॥ ৬৬১
তোমাত বিনয় আৰ কোন আছা বিত্তমান।
এতেকেসে বাৰম্বাৰ কৰো আমি নমস্কাৰ ॥ ৬৬২
শুনি দেৱ গোপালৰ বহে নয়নৰ নীৰ।
তাসম্বাক আশ্বাসিয়া ভাল অন্ন বস্ত্ৰ দিয়া ॥ ৬৬৩
পৰম আনন্দ কৰি পঠাৱন্ত দেৱ হৰি।
শুনা শুদ্ধ বুদ্ধ জন গোপালৰ গুণগণ ॥ ৬৬৪
যাত মহাপ্ৰীতি কৰি বহু লোক গৈল তৰি।
যাৰ শুদ্ধ তেজ-বলে মহাজনসৱ জ্বলে ॥ ৬৬৫
অগ্ৰগামী মহন্তৰ দেৱ বংশীগোপালৰ।
পাদ-পদ্ম মনে স্মৰি ডাকি বোলা হৰি হৰি ॥ ৬৬৬

## পদ

এহিমতে ফিঙ্গাকটা গ্ৰামত থাকন্তে ।
মণিপুৰ আৰম্ভিয়া শিঙ্গৰি পৰ্য্যন্তে ॥
যত গ্ৰা ী মহন্ত থাকয় থানে থানে ।
সৱে আসি লোক .. অনুৰাগী মনে ॥ ৬৬৭
ৰাজা জানিবাৰ ভয়ে পাছে আলচিয়া ।
বহু থানে থাকিলন্ত সাৱধান হয়া ॥
পূৰ্ব্বৰ ভকত মানে সৱে মাৰ গৈলা ।
যিবা একত্ৰাইলা তাকো থানে থানে থৈলা ॥৬৬৮
পুন্ন অনুৰাগে ভক্ত ভৈলেক বহুত ।
যদিবা বিদায় দেন্ত আৰ হোৱে তত ॥
যাকবা খেদয় কোপ কৰিয়া মনত ।
সিও মন্তা প্ৰেমে কান্দি ফুৰয় পাছত ॥৬৬৯
ৰাজা-ভয়ে কাহাকো ফুৰয় শপতাই ।
সিও লাগ নেৰে পুনু পাছে পাছে যাই ॥
দেৱৰ চৰণ তেজি যাইবো কাৰ ঠাই ।
যিটো কোপ কৰে মোৰ সেহি বৰ-প্ৰায় ॥৬৭০
ক্ৰন্দন কৰয় দেখি পাছে স্নেহ কৰি ।
দিয়ে স্থান সিও পাছে থাকে সেৱা কৰি ॥
এহিমতে ভকত ভৈলেক চাৰি শত ।
বহুত তণ্ডুল লাগে প্ৰতি দিবসত ॥৬৭১

যি থানত থাকে জোড়ে বহুতৰ গ্ৰাম।
অল্প অল্প কৰি মাত্ৰ গাৱে হৰি-নাম॥
মুকুন্দে পঢ়য় পদ খণো জয়ৰাম।
দাৰকায়ে খণো জগন্নাথে পঢে ক্ৰম॥৬৭২

ভাগৱত-বক্তা একোজনা থিত নাই।
বহু কন্দলিয়ে একো ৰূপ পঢি যাই॥
খণো থাৰকটা গ্ৰামে খণো চোতাৰীত।
খণো কাঁহীকুচি গ্ৰামে ধোবা-চুবুৰীত॥ ৬৭৩
খণো বনগ্ৰামে খণো চাপৰ গ্ৰামত।
খণো দিফলুত খণো অভয়পুৰত॥
খণো নাৰমৰা গ্ৰামে খণো বাৰাহিত।
খণো কলাবাৰী গ্ৰামে খণো সৌৰানিত॥ ৬৭৪

বাৰথন 'পলৰীয়া থান'

ইসৱ থানত থাকো সক কৰিয়া।
পলৰীয়া থান বহু নকহো লেখিয়া॥
তাহাতে থাকন্তে যদি শুনন্ত নির্ভয়।
তেবেসে বৈষ্ণৱ মানে সঙ্গত বঞ্চয়॥ ৬৭৫

যিটো দিন শুনি খলে কহিছে ৰাজাত।
সিদিনা পলান্ত সৱে নেদেখি তথাত॥
যেন বহু ৰাজহংস সৰোবৰে থাকে।
ঝাত কৰি উৰি গলে নেদেখিয় তাকে॥৬৭৬

পঞ্চ মাস ভৈলে পুনু হোৱে এক ঠাই।
থাকয় আনন্দে সৱে হৰি নাম গাই॥

যেন বৰিষাত সূৰ্য্যে মেঘৰ নিমিত্তে।
খণো প্ৰকাশয় খণো নেদেখি সাম্প্ৰতে ॥৬৭৭

যেন সূৰ্য্য-উদয়ত সৱাৰে আনন্দ
মেঘে-ছন্ন কৰিলে মানয় দিন মন্দ ॥
ভক্ত মাস গোপাল যে সূৰ্য্য উদয়ত।
নৰ-নাৰী প্ৰজা আসে যাৱে আনন্দত ॥৬৭৮

ৰাজা মেঘ ভয়ত পলান্ত যিটো খণ।
নিৰানন্দ প্ৰজাৰ দেখিয় দুখ-মন ॥
দ্বাদশ থানৰ কথা আছয় বিস্তৰ।
তাহাক নকহি পদ হয় বহুতৰ ॥৬৭৯

গদাধৰ ভণ্ডাৰীৰ দূত

দেৱ গোপালৰ সঙ্গে ভকত বিস্তৰ।
হেন শুনি ভণ্ডাৰী গোহাঁইৰ ভৈল ডৰ ॥
দূত পঠাই কহিলেক গোপালদেৱত।
ভক্ত খেদিলেসে পাৰো ৰাখিবে ভয়ত ।৬৮০

ভক্ত নেখেদিলে আমি ৰাখো কেন কৰি।
প্ৰচণ্ড নৃপতি মাৰিবেক পাছে ধৰি ॥
শুনি দেৱে কোপ কৰি সিদ্ধান্ত দিলেক।
শূকৰ-ভক্ষকে হুনু মোক ৰাখিবেক ॥৬৮১

শ্ৰীকৃষ্ণে যাক যিকালত যিবা কৰে।
তাক কি কৰিবে পাৰে নিলাজ বেতৰে ॥
মঞি হুনু মানি আছো তাহাক ৰক্ষক।
নিলাজ কুণ্ডায়ে বুলি পঠাইলে কিসক ।৬৮২

দূতে দুখ মনে গৈয়া সকলে কহিলা ।
শুনি বকৰাৰ বৰ আনন্দ মিলিলা ॥
কিনো মহাভাগ্য মোৰ আছয় পূৰ্ব্বত ।
দেৱ মোক ভৃত্য বুলি ধৰিছা মনত ॥৬৮৩

মহাপাত্ৰ ৰাজাৰ বুলিয়া নমানিল ।
নানা নিন্দা বাক্য বুলি ভৃত্য-শিক্ষা দিল ॥
এহি বুলি দূতক কৰিলা সতকাৰ ।
অপূৰ্ব্ব প্ৰসাদে মোক কৰিলা উদ্ধাৰ ৬৮৪

দেখা সাধু সব ভাৱ দেৱ গোপালৰ ।
কাহাকো অপেক্ষা নাহি ঈশ্বৰত পৰ ॥
তেজস্বী মহন্তসৱ যাৰ আজ্ঞা পায়া ।
ভকত কাম্পয় বাক্য থিৰ নুহি কায়া ॥৬৮৫

গুণ-গ্ৰাহী মহন্তৰ স্বভাৱ কহিলো ।
বিষয়ীসৱৰ তেনে স্বভাৱ শুনিলো ॥

বৰফুকন বংশীগোপাল সংবাদ

নামে বৰফুকন ৰাজাৰ পাত্ৰ হয় ।
সহস্ৰ সহস্ৰ লোক যাঁহাত খাটয় ॥৬৮৬
এক দিনা হেহে বহু নৌকায়ে আসিলা ।
অল্প ভক্ত সমে দেৱ গোপাল আছিলা ॥
গৃহত পশিয়া দেখি দেৱ গোপালক ।
তৰতৰি কাম্পে তনু নাসে সমীপক ॥৬৮৭

আসিয়োক বুলি দেৱে সাদৰি মাতিলা ।
জানু পাৰি ভয়ে কাম্পি মাটিত বসিলা ।

নম্ৰ হুয়া কৰযোৰে নামাতি আছয় ।
তাৰ কম্প দেখি ভক্তে গুপুতে হাসয় ॥৬৮৮
পাছে দণ্ডৱতে নমি কাৰ্য্য নিবেদিলা ।
শুনি দেৱে তাঙ্ক চাই বচন বুলিলা ॥
ৰাজাৰ প্ৰমুখ পাত্ৰ বিষয়ে চতুৰ ।
ধৰিবাক মনে তুমি ধৰ্ম্মক প্ৰভুৰ ॥৬৮৯
মহাশুদ্ধ ধৰ্ম্ম ইটো বৈষ্ণৱসৱৰ ।
তোমৰা পাপত মজি ফুৰা নিৰন্তৰ ॥
ফুকনে বোলয় প্ৰভু পাপীক তাৰিত ।
তোৰাসৱ অৱতাৰ ধৰিছা কলিত ॥৬৯০
যিহেতু আমৰাসৱ পাপতে মজিলো ।
তাতেসে তোমাৰ পাৱে ভজিবে আসিলো ॥
শুনি পাছে স্নেহ কৰি শিখাই পঠাইলন্ত ।
গৈয়া তেহোঁ দেৱ তেজি বিস্ময় ভৈলেক ॥৬৯১
সাধু দেখি যথা মোৰ কম্পিল শৰীৰ ।
তেমনে নকৰো ভয় আগে নৃপতিৰ ॥
এমনে অধিপ আনো যদিবা প্ৰাকৃত ।
সৰ্ব্বজনে যাক দেখি হয় সচকিত ॥৬৯২
দেখি দেখি আনন্দ তৃপিতি নথওয় ।
বদন-পঙ্কজে যেনে অমৃত ঢালয় ॥
নয়ন-পঙ্কজ যাক যাক নিৰীক্ষয় ।
সৱে কৰযোৰে প্ৰেমে মাথাক নমাই ॥৬৯৩

যাক যিবা আজ্ঞা কৰে তেখনে সিজনে ।
ভাগ্য পাইলে বুলি কৰে উত্তাৱল মনে ॥
তাক প্ৰসংশয় অসন্তোষে আনজনে ।
আমি দুৰ্ভাগীক কিয় নৰাখ্হে এমনে ॥৬৯৪

আজ্ঞা পায়া সেৱা কৰে গোপালক ।
নিস্তাৰ কৰিলে সিটো সকলে বংশক ॥

দামোদৰদেৱ আৰু পুৰুষোত্তম ঠাকুৰৰ থানৈল গোপালদেৱৰ পাঁচনি

এহি মতে সমস্তৰে আনন্দ কৰাই ।
আছন্ত হৰিৰ ভক্তি-মাৰ্গ প্ৰৱৰ্ত্তাই ॥৬৯৫
এক কথা শুনা দেৱে কৰিলা যেমনে ।
বোলে জগন্নাথ শুনা গঙ্গানাৰায়ণে ॥
দুয়ো গৈয়া দেৱ দামোদৰৰ সত্ৰত ।
কহিবাহা মোৰ দণ্ডৱত শত শত ॥৬৯৬

শতবাৰ সত্য কাটি বুলিলো যতনে ।
তেহে মোৰ গতি জীৱনে মৰণে ।
ইহ পৰলোকে মোৰ কায়-বাক্য-মনে ।
থৌক প্ৰীতি দেৱ দামোদৰৰ চৰণে ।৭৯৭

শঙ্কৰ-নাতিতো মোৰ প্ৰীতি জনাইবাহা ।
মেধি সমস্তৰ যথাবৃত্ত কহিবাহা ॥
এহি বুলি বহু দ্ৰব্য দিয়া পঠাইলেক ।
তাৰাসৱো দামোদৰ-সত্ৰক পাইলেক ॥৬৯৮

লেখা-পত্ৰ আগে থৈয়া নমি দণ্ডৱত ।
স্তুতি-ভক্তি দেৱৰ কহিলা যত যত ॥

বলদেৱ আদি কৰি মহন্ত সৱাৰ।
স্তুতি-নতি আশীৰ্ব্বাদ ভৈলা বাৰম্বাৰ ॥৬৯৯
পাছে গৈয়া ঠাকুৰত প্ৰীতিক জনাইলা।
মেধি সমস্তৱে বৃত সকলে শুনাইলা॥
শুনিয়া ঠাকুৰে বোলে দুঃখ কৰি মনে।
কোনেনো পাষণ্ডে বিহি আছয় এমনে ॥৭০০
গীতা ভাগৱত মূৰ্ত্তি তুলসী ব্ৰাহ্মণ।
শ্ৰাদ্ধ-হৰি বাসৰ নমানে যিটোজনে॥
সেহিটো কলিৰ মূৰ্ত্তি পাষণ্ড দুৰ্জ্জন।
মহাপুৰুষৰ দ্ৰোহী বাহিৰ সিজন ॥৭০১
এহি বুলি নৱঘোষা কৰিয়া যতনে।
দিলা দেৱ গোপালত প্ৰীতিকা কাৰণে॥
এহি ঘোষা দিলা নিয়া গুৰুৰ হাতত।
এতেকে জানিবা গুৰু মোৰ অভিমত ॥৭০২
সিসৱ মতক মঞি নাহি কহিবাৰ।
তাক কহে যিটোসৱ নোহয় আমাৰ॥
এহি বাণী ঠাকুৰৰ আনো আনো মহন্তৰ।
সেৱা কৰি আজ্ঞা লৈয়া সৱে আইল ঘৰ ॥৭০৩
আসি পাছে সৱে কথা কহিলা দেৱত।
দেৱে শুনি মহাতুষ্টি লভিলা মনত॥
নৱঘোষা সঞ্জাত ভৈলেক ঠাকুৰৰ।
ঠাকুৰক প্ৰশংসা কৰিলা বহুতৰ ॥৭০৪

বনগ্ৰামত আধলিয়া যত্নমণি শ্ৰীহৰিদেৱ আৰু গোপাল দেৱৰ সংবাদ

আৰু এক কথা শুনা বহু মহত্তৰ।
থাকি বনগ্ৰাম মধ্যে গৃহে লস্করৰ ॥
দেৱ আছে শুনি আইল আধলিয়া দেৱ।
আসিলন্ত শ্ৰীহৰিদেৱ কৰিবাক সেৱ ॥৭০৫

আনো বড় বড় মহাজন আসিছন্ত।
মোৰ পিতা-মাতামহ দুয়ো আসিছন্ত ॥
যত্নমণিদেৱ সমে দেৱ গোপালৰ।
উঠিল পূৰ্ব্বৰ প্ৰীতি কথা বহুতৰ ॥৭০৬

যত্নমণিদেৱে বোলে দেৱগোপালক।
তযু সঙ্গে আমি আসিলোহো ইদেশক ॥
মহন্তসৱৰ দৃঢ় বচনক ধৰি।
এতকাল বঞ্চো আমি মহা প্ৰীতি কৰি ॥৭০৭

কৃষ্ণৰ কৃপাত বৈল মহন্তৰ বাক।
নপাইল ধৰ্ম্মৰ ঘাটি তোমাক আমাক ॥
তুমি শুদ্ধ ব্ৰহ্মচাৰী মহাভাগৱত।
কিনো নিসিখিল মোৰ তোমাৰ বাক্যত ॥৭০৮

আবে শুনো কতো তযু বাক্য এৰি যাই।
বৌধ হুয়া ধৰ্ম্ম নাশি ফুৰে ঠাই ঠাই ॥
মহামূৰ্খ অধম কহয় স্বেচ্ছামত।
সমানে তুলসী শালগ্ৰাম ভাগৱত ॥৭০৯

শ্ৰাদ্ধ-বিধি একাদশী কিছু নমানয়।
মহাপাপী হুয়া সৱে পৰিবে নিশ্চয় ॥

বোৱনে (?) বাপু তুমি আমি আনো জন।
একে প্ৰীতি কৰি কাল গৰাঁইলো সঘন ॥৭১০
তোমাৰ আমাৰ ভকতৰ ভেদ নাই।
বৌধে ধৰ্ম্ম নাশি কাৰ উকৰাইবে ছাই ॥
যাৰ যাৰ মহাভাগ্য আছয় পূৰ্ব্বত।
অৱশ্যে পৰিবে সিটো সন্তৰ ধৰ্ম্মত ॥৭১১
যিসৱ ভাগিল পাপ বাসনা বহুত।
সেহিসে পাষণ্ড হুয়া মুহিবে মুকুত ॥
হৰিৰ নিৰ্ম্মাল্য পদ-জল প্ৰসাদক।
হৰি-পূজা মূৰ্ত্তি দণ্ডৱতক গীতাক ॥৭১২
ইসব প্ৰমুখ্যে আনো হৰিৰ সেৱাক।
নিন্দা কৰি ফুৰে যিটো সেহি বৌধঝাক ॥
মহা মহন্তৰ ধৰ্ম্ম পথক নজানি।
ধৰ্ম্ম ধাৰ্ম্মিক নিন্দা বাঞ্চে চাণ্ডাল-কাণি ॥৭১৩
মহামূৰ্খ অজ্ঞানী লোকৰ মাঝে যাই।
সত্তকাৰ লই ফুৰে মহান্ত বোলাই ॥
মহন্তসকলে ধৰ্ম্ম কৰিলে প্ৰকাশ।
তাক নিন্দি পাপীসব হুইবে সৰ্ব্বনাশ ॥৭১৪
এহিমতে আনো কথা কহিলা বিস্তৰ।
যেন যেন মতে প্ৰতি পূৰ্ব্ব মহন্তৰ ॥
যদুমণিদেৱ আদি মহন্তসকলে।
শুনি শুনি আনন্দে গৈলন্ত কৌতূহলে ॥৭১৫

সবংশে তৰিলো বুলি লক্ষ্যো মানিলা ।
দেৱো বসুভাৰতীৰ গৃহে থাকি গৈলা ॥
পিতামহে মাতামহ কৃতাৰ্থ ভৈলন্ত ।
ৰহস্য ৰহস্য কথা সুধিয়া লৈলন্ত ॥৭১৬

এহি মতে সবে সণ্ত একে প্ৰীতি কৰি ।
জগতক নিস্তাৰিলা হৰি-ভক্তি ধৰি ॥
যদুমণিদেৱ থাকি নাহৰ-আটিত ।
বৈশাগত কৃষ্ণা ত্ৰয়োদশী যে তিথিত ॥৭১৭
দেহ এৰি গৈলা যদি বৈকুণ্ঠপুৰক ।
শুনি দেৱে বিস্তৰ কান্দিলা কৰি শোক ॥
মহন্তৰ আজ্ঞা ধৰি হুয়ো আসিলোহা ।
তেবে বাপু গৈল এবে আমি ৰহিকোহো ॥৭১৮

নাহৰ-আটিত আধলিয়া যদুমণিৰ তনু ত্যাগ

দেশে দেশে বহুত মহন্ত গ্ৰামীগণে ।
শুনি উপবাসে থাকি ৰৈলা শোক মনে ॥
বিস্তৰে আসিয়া মহোৎসৱ কৰিলেক ।
কতো দেশে দেশে সভা কৰি থাকিলেক ॥৭১৯

তানে পতিব্ৰতা সতী পত্নী ৰহিলন্ত ।
জ্যেষ্ঠ পুত্ৰ সমে পাছে সত্ৰ ধৰিলন্ত ॥
আপুনি গোপালদেৱে যাক বিহা দিলা ।
জ্যেষ্ঠ পুত্ৰ সমে আসি দেৱক নমিলা ॥৭২০

জগতানন্দক দেৱে শিখাইলা বিস্তৰ ।
যেমনে ধৰিবে পাৰে ধৰ্ম্মক সত্বৰ ॥

দণ্ডৱতে দেৱক প্ৰণামি বাৰম্বাৰ।
আসিলন্ত দুয়ো পায়া আনন্দ আপাৰ ॥৭২১

স্থূলে এহিমানে কহিলোহা কথা-সাৰ।
কিছো কথা আৰম্ভিলো দেৱ গোপালৰ ॥
পুৰোহিত দেৱৰ ভাৰতী দুই জন।
অনন্ত মুৰাৰি নিত্যানন্দ সনাতন ॥৭২২
হৰি মিশ্ৰ আদি পূৰ্ব্ব দেশৰ মহন্ত।
খৰঙ্গি পাঠক আদি পছিমৰ সন্ত ॥
উজনীয়া কানু আতা আনো মহাজন।
শ্ৰীকৃষ্ণ আদি সাধু ঠাকুৰৰ গণ ॥৭২৩

গোপাল-দেৱৰ সৌ-ৰাণি সত্ৰতঃ আচাৰ্য্য বিচাৰঃ ৰাম কন্দলিৰ পুত্ৰ হৰিচৰণ

বৰ কন্দলি আদি যতেক পণ্ডিত।
প্ৰৱৰ্ত্তি আছয় মানে হৰি-ভকতিত ॥
তেসম্বে সহিতে কথা দেৱ গোপালৰ।
কতেক কহিবো তাক আছয় বিস্তৰ ॥৭২৪

এহিমতে বহু কথা আছে তাক থওঁ।
আচাৰ্য্য-বিচাৰ কথা শুনা তাক কওঁ ॥
শুনন্ত গোপালদেৱে বৃদ্ধ ভৈলো আসি।
কোনে সত্ৰ ধৰিবেক ভকতি প্ৰকাশি ॥৭২৫

ইহাৰ উত্তম পাত্ৰ শ্ৰীহৰি আছন্ত।
কিন্তু তেহো বৃদ্ধ অল্প কাল থাকিবন্ত ॥
আছে ৰামচৰণ ইহাৰ পাত্ৰ হয়।
নুকুল ? নিমিত্তে সেৱাক নৰিহয় ॥৭২৬

কৃষ্ণদেৱে যদি আনি দিয়ে একজন ।
তেৱে মোৰ মনবাঞ্ছা হৈবেক পূৰণ ॥
এহি মনে গুণি আছে সৌৰাণি সত্ৰত ।
ৰাম কন্দলি আসি মিলিল সাম্প্ৰত ॥৭২৭

দণ্ডৱতে প্ৰণামিয়া বুলিলা বচনে ।
এহি পুত্ৰ গুটি দিলো দেৱৰ চৰণে ॥
সত্যে সত্যে সত্যে সত্যে সত্যে কহো সাৰ ।
অন্নে জলে পিণ্ডে আশা নকৰো ইহাৰ ॥৭২৮

যদি দেৱে স্বীকাৰ কৰয় দাস বুলি ।
তেৱে আৰ সৱে পাঞ পিণ্ড-জলাঞ্জলি ॥
স্বতসে অৰ্পিছো দেহা-দৈহিক তোমাত ।
পুত্ৰ আক বিকিলোহো দেৱত সাক্ষাত ॥৭২৯

শুনি পাছে দেৱে গুণি কৰিলা স্বীকাৰ ।
ভক্ত সমে আলোচন কৰি বাৰম্বাৰ ॥
তাঙ্ক সত্ৰ দিবো বুলি ইচ্ছা কৰিলন্ত ।
নানা থানে তাহাঙ্ক পঢায়া তুলিলন্ত ॥৭৩০

খণো ব্যক্তে থাকে খণো পলায়া ফুৰন্ত ।
খণো ভাগৱত খণো পদক শুনন্ত ॥
নিয়মে প্ৰসঙ্গ কৰিবাক নপাৰন্ত ।
খণো একে পদ ফিৰি ফিৰিয়া শুনন্ত ॥৭৩১

পছিমলৈ পলাবৰ ব্যৰ্থ আয়োজন

পাছে শুণি নিশ্চয় কৰিয়া দেৱে মনে।
পছিমক যাইবো মঞি পলায়া এমনে ॥
কতগুটি বৈষ্ণৱক লৈলন্ত সংগত।
নৌকা কতখানি মাত্ৰ চলয় সঙ্গত ॥৭৩২

এহিকথা কুমৰ গোহাঁই শুনিলেক।
সৌলা-শিঙ্গৰিৰ ফাটে দূত পঠাইলেক ॥
যদি প্ৰভুদেৱ যাই দেশ চাৰি মোৰ।
সতে সত্যে শূলত দিবোহো দেহ তোৰ ॥৭৩৩

শুনি শীঘ্ৰে গৈয়া দূতে চকিত কহিলা।
পাছে দেৱে পলাই যেৱে যাইবাক নিদিলা ॥
চকিয়াল দূতে দণ্ডৱতে পৰি পৰি।
কঠিনেও কাকণ্যেও নানা স্তুতি কৰি ॥৭৩৪

তেৱেসে পাৰিলা নিবৰ্ত্তাইবে ছল কৰি।
আগ বঢাই থৈলে আনি অনেক সাদৰি ॥
পুনু আসি ৰহি পাছে থিৰ কৰি মন।
ভাগৱত লিখাইবাক কৰিলা যতন ॥৭৩৫

ছয়ো জোড় ভাগৱত তাৰ পদ যত।
সপ্তকাণ্ড ৰামায়ণ কথা-ভাগৱত ॥
গীত ৰত্নাৱলী ৰত্নাকৰ ভক্তিসাৰ।
আনো উপগ্ৰহ যত যত আছে আৰ ॥৭৩৬

সকলে পুস্তক কৰাইলন্ত যতনত।
সকলে গ্ৰন্থক ক্ৰমে পঢ়ে প্ৰসঙ্গত ॥

দৰঙ্গীয়া হৰিমিশ্ৰদেৱৰ আগত।
কতো দিন পঢ়িছিলা শ্ৰীভাগৱত ॥৭৩৭

মধু ভণ্ডাৰীয়ে পঢে পদক সতত।
কণ্ঠ কোকিলৰ ধ্বনি শুনি যেন মত্ত।
কৃষ্ণ গোপালৰ পাদপদ্ম মনে স্মৰি।
সভাসদে ডাক চাৰি বোলা হৰি হৰি ॥৭৩৮

—ছবি—

চাপৰগ্ৰামত মহিমা-প্ৰদৰ্শন

চাপৰগ্ৰামত চাকি একদিনা দেৱে নিশা
উঠিলন্ত শৌচ কৰিবাক।
অতি অন্ধকাৰে ছন্ন দেখি ভয়ে ভক্তগণ
খেদি গৈল অগ্নি আনিবাক।
অগনিকো নতু আনে তভো দেৱে শৌচ থানে
চৰি গৈলা বাড়ীকে প্ৰতিয়া।
তেখণে আন্ধাৰচয় গুচে যেন সূৰ্য্যোদয়
সৱে ভক্ত উঠিল জাগিয়া। ৭৩৯

কতো তৈল ঘঁসিলেক কতো স্নানে লৰিলেক
এতেকতে দেৱ আসিলন্ত ।

হস্ত-পদ পখালিয়া যদি গৃহ প্ৰৱেশিয়া
পুনু ঘোৰ আন্ধাৰ ভৈলন্ত ॥

তাক দেখি ভক্তগণে পৰম বিস্ময় মনে
মহা প্ৰেমে বুলিলা বিস্তৰ ।

অমাৱস্যা নিশা কালে গাৱকো নেদেখি ভালে
ই পুনু মহিমা গোপালৰ ॥ ৭৪০

দেৱ গোপালৰ ভয় হয় বুলি কৃপাময়
কৃষ্ণে আসি প্ৰকাশ কৰিলা ।

তাক কেহো নজানিয়া পুৱাইলেক মনে লৈয়া
শয্যা চাৰি স্নানক লৰিলা ।

এহিমতে আনো বাণী বুলি সৱে নিশা জানি
শয্যা পাৰি পুনুহো শুতিলা ।

সেহি কথা সৰ্ব্বজনে শুনি শুনি প্ৰেম মনে
দেৱক মানুষ নমানিলা ॥ ৭৪১

ধোবা চুবুৰীত মহিমা-প্ৰদৰ্শন

আৰো এক দিনা দেৱে ৰজকগ্ৰামক নিশা
শয়নত স্বপ্নক দেখিলা ।

বহু চোম-বৃক্ষগণে দেহ এৰি ৰঙ্গমনে
স্তুতি কৰি দেৱক নমিলা ॥

পায়া তবু দৰশন তবি আমি বৃক্ষগণ
চলি যাঞ বৈকুণ্ঠপুৰক ।
এহি বুলি আকাশক শাৰী শাৰী বিমানত
উঠি উঠি গৈলা আকাশত ॥৭৪২
দেৱে উঠি প্ৰভাতত কহিলন্ত বৈষ্ণৱত
যেমনে তৰিল বৃক্ষগণে।
সেহি দিনা তুপৰত ঝইঝাই বৃক্ষ যত
মৰিল দেখিলা সৰ্ব্বজনে ॥
পশু পখী বৃক্ষগণ আনো যেহি সেহি জন
সাধু সঙ্গে তৰিল জগত ।
ব্ৰহ্মা হুৰে নাৰদত আনো নানা মহন্তত
কহি আছে আপুনি পূৰ্ব্বত ॥৭৪৩

দিফলু মুখৰপৰা সৌলজি জান : মহিমা-প্ৰদৰ্শন

আৰু এক দিনা দেৱে দিফলু-মুখৰ হন্তে
ৰাজ-ভয়ে গধূলা লৰিলা ।
নিশা আতি অন্ধকাৰ নজানিয়া দিশ-পাৰ
গঙ্গানাৰায়ণ যে বুলিলা ॥
শুনিয়ো লক্ষ্মণ তুমি কহিয়োক দেৱ আমি
কেন কৰি অন্ধকাৰে যাঞ ।
জানো নৌকা বুৰুৱাঞ কিবা বৰ ডকা পাঞ
লোহিতৰ সিপাৰ নপাঞ ॥৭৪৪
এহিমতে বিয়াকুল হুয়া নাপাঞ পাৰ-কূল
শুণি-পাছি যদি সৱে আছে।

শুনি দেৱে হাসিলন্ত সমস্তকে বুলিলন্ত
আসিও মোহোৰ পাছে পাছে ॥
সুনো ৰাম চিড়ি ডাটি কটৰে ধৰিবি আটি
সুজুইবে কামনি দিয়া নায়। ৭
কিছু ভয় নকৰিবা আপুনি ঈশ্বৰে নিবা
হৰি স্মৰি বৈঠা মাত্ৰ বায় ॥
দেখিবি আপুনি যাই সৌলঙ্গি জানক পাই
নৌকা ভালে উঠিবা ঘাটত।
হেন শুনি ভক্তগণে আনন্দ কৰিয়া মনে
নৌকা মেলি দিলেক তাৰত।
ৰাম চিৰি বৈঠা ডাটি তুলি তুলি মাৰে চাটি
কিন্তু দিশ-বিদিশ নজানে।
দেৱৰ বাক্যক ধৰি সবে ভক্ত দৃঢ় কৰি
বৈঠা বায়ে ভয়ে কম্পমানে ॥৭৪৬
কিবা নৌকা ভটীয়াৱে কিবা দীৰ্ঘে উজুৱাৰে
কিবা উত্তৰক প্ৰতি যায়ে।
আতি ঘোৰ অন্ধকাৰে লোহিতৰ বাজোৱাৰে
পতি কেহো উদিশ নপায়ে ॥
দেৱে মাত্ৰ হাঁসি হাঁসি বোলে পাইলো পাইলো আসি
কোনো কিছো ভয় নকৰাহা।
তাত পাছে নৌকা যাই সৌলঙ্গি জানক পাই
নিজ থান পাইলা দেখিবাহা ॥৭৪৭

সেহি দিনে সিটো কথা আশ্চৰ্য্য দেখিয়া তথা
দেৱ গোপালৰ পায়ে পৰি ।
পুনু পুনু প্ৰণামিয়া স্মৰিয়া দেৱৰ লীলা
নানা ৰঙ্গে বহু স্তুতি ৰড়ি ॥

কুমৰ গোঁহাইৰ ঘৰৰ সিধা : মহিমা-প্ৰদৰ্শন

আৰ এক দিনা দেৱে বসিছন্ত কৰি সেৱ
ভণ্ডাৰীয়ে কহিলা দেৱত ।
ভণ্ডাৰত চাউল নাই আজি ভক্তে কিবা খাই
মোৰ চিন্তা লাগিছে মনত ॥৭৪৮

দেৱে হাঁসি বুলিলন্ত কমললোচন সন্ত
কিনো খাইবা আজি চাউল নাই ।
নাম গায়া দুপৰত কৰি হৰি দণ্ডৱত
থাকিবাহা হৰিক ধিয়াই ॥
পুনু সমস্তকে চাই বুলিলন্ত শঙ্কা নাই
উজনীয়া কুমৰ আসিব ।
অনেক সম্ভাৰ কৰি সাতখান নৌকা ভৰি
দুপৰত জানিবা ঠেকিব ॥৭৪৯

দুপৰ ভৈলেক যেৱে আসিল কুমৰ তেৱে
সমস্ত ভকতে দেখিলেক ।
সুমৰি দেৱৰ বাণী সৰ্ব্বজনে দেৱ জানি
প্ৰেমে বহু সেৱা কৰিলেক ॥

পৰ বেলা প্ৰসঙ্গৰে অনন্তৰে বংশীধৰে
বুলিলন্ত ভকতক বচন ।

আৰু এক মহিমা

ডেকা বৰ্ডা গৃহ হন্তে পঞ্চিশ দিনৰ দ্ৰব্য
আনা যায়া লক্ষ্মণ এখন ॥৭৫০
ভকতে বোলয় প্ৰভু নিশা যাবে নপাৰয়
ব্যাঘ্ৰ গণ্ড মহিষ শূকৰে।
ভালুকে সহিতে নিতে পথে পথে মনুষ্যক
মাৰে শুনো কহে সৱে নৰে ॥
দেৱে বোলে নডৰিবি শৃগালকো নেদেখিবি
আছোক ব্যাঘ্ৰাদি ভয়চয়।
শুনিয়া দেৱৰ বাণী মহা সত্য হেন জানি
গৈলা পাছে এৰিয়া সংশয় ॥৭৫১
চাৰিও প্ৰহৰে নিশা গৈল কিছো নেদেখিল
পুনু আসি দেৱক সেৱিলা।
তাক দেখি ভকতৰ সীমা নাই আনন্দৰ
দেৱৰেসে মহিমা মানিলা ॥

নিত্যানন্দক বেহাৰলৈ পঠায়

দেৱে বোলে নিত্যানন্দ বেহাৰ সত্ৰত তুমি
এহি দ্ৰব্য সবে নিয়া দিবা।
কন্দলি-পুত্ৰক আমি সত্ৰ অধিকাৰ দিবো
তাক আতাসৱত কহিবা ॥৭৫২
বান্ধৱী আতায়ে সমে সৱে ভক্তে বলৰামে
আশীৰ্ব্বাদ দিয়োক আমাক।
দেৱ দামোদৰ-পাৱ- সেৱা-বলে শুদ্ধভাৱ
হৈয়াছে দেখিছো তাসম্বাক ॥

শঙ্কৰ নাতিতো কৈবা যেন মতে এহে বৈবা
মোৰ মহাসত্ৰক ধৰিয়া।
তাসম্বাৰ আশীৰ্ব্বাদে যেন গুনে অপ্ৰমাদে
থাকে ভাগৱতক কহিয়া ॥৭৫৩

এহি বুলি ভাগে ভাগে যাকে যেন যোগ্য লাগে
দিলা দ্ৰব্য বহুত্ত কৰিয়া।
নিত্যানন্দ দেৱৰীয়ে সৱে কথা ধৰি হিয়ে
গৈয়াসিলা সৱাতে কহিয়া॥

আৰু চাবি মহিমা

আৰ এক দিনা দেৱে লাখুটি ধৰিয়া হাতে
নৌকাত উঠিয়া চলি যান্তে।
পন্থে যুক্ত পথ পাই লাসে ডেৱ মাৰি গৈল
ভক্ত পুনু ৰহিলা চাহান্তে ॥৭৫৪

মোৰ পিতামহে চাই মহা বিস্ময়ক পাই
বাডি ধৰি পন্থক জুখিলা।
পন্থে ডেৱ মৰা থান একাদশ হস্তমান
দেখি সৱে বিস্ময় মানিলা॥
এক দিনা কণ্ঠা কাষ্ঠ কাটি সৱে সাজে মঠ
তাৰ এক চৰতি তোলয়।
বিস্তৰ ভকতে ধৰি বল দিয়া টান কৰি
দাজি খুৱাইবাক নপাৰয় ॥৭৫৫
দেৱে দেখি হাস্য কৰি এক হস্তে মলা ধৰি
সবে এড়া ভক্তক কহিলা।

সবেও এৰিলা যেৱে বাম হস্তে ধৰি তেৱে
লাসে দাঙ্গি তন্তত খুৱাইলা ॥
তাক দেখি ভক্তগণে অত্যন্ত বিস্ময় মনে
গুণি-গুণি নপাইলেক পাৰ।
দেৱ বংশীগোপালৰ মহিমা ম্লুহিকে ইটো
মানিলেক কৃষ্ণ দেৱভাৱ ॥৭৫৬
বিস্তৰ ভকতে যাক তুলিবাক নপাৰিল
তাক একহস্তে খুৱাইলেক।
নন্দৰ নন্দনো আসি দেৱৰ শৰীৰে পশি
ভৃত্যৰ শকতি দেখাইলেক ॥
এক নিশা শয়নত দেৱ বংশীগোপালক
বিপ্রে আসি বুলিলা বচন।
কালি আসি সদাগৰ দুগ্ধ দিবে বহুতৰ
তাতে ৰান্ধি দিবা মোক অন্ন ॥৭৫৭
প্রাতসে স্বপ্নক কহি প্রসঙ্গ কৰন্ত বসি
সদাগৰসৱ আসিলেক।
ঘটে ঘটে দুগ্ধ ভৰি বহু ভাৰ আগ কৰি
দণ্ডৱতে পৰি নমিলেক ॥
সদাগৰে বোলে স্বামী স্বপ্নত দেখিলো আমি
বিপ্রে হাঁসি বুলিলে আমাক।
বহুতৰ দুগ্ধ লৈয়া বংশীগোপালক গৈয়া
সেৱা কৰা ধৰি মোৰ বাক।৭৫৮

তাতেসে আমৰাসৰে দুগ্ধ কিনি আনি আৰে
আসিলোহো সেৱা কৰিবাক ॥
দেৱবেসে চৰণত ভক্তি আছো স্বৰূপত
জন্মে জন্মে নেৰিবা আমাক ॥
সদাগৰ বাক্য শুনি ভক্তে কৰে হৰি-ধ্বনি
দেৱবেহু প্ৰেমত কান্দিলা ।
পাছে উঠি সাৱধানে সেহি দুগ্ধে পৰমান্নে
ৰান্ধি ঈশ্বৰত নিবেদিলা ॥৭৫৯
সেহিমতে বাৰম্বাৰ মোৰ প্ৰভু বংশীধৰ
পৰমান্ন দিলা ঈশ্বৰক ।
এক দিনা এক থান পৰমান্ন ৰান্ধি ভাল
থৈয়া আসিলন্ত বাহিৰক ॥
ক্ষণিক বিশ্ৰাম কৰি জুৰ ভৈল মনে ধৰি
পুনু প্ৰৱেশিলা অভ্যন্তৰে ।
পৰমান্ন-থালি চাই দেখে অৰ্দ্ধখানি নাই
যেন বাটি নিলে কোন নৰে ॥৭৬০
পাছে দেৱ গোপালৰ . মহা প্ৰেম-সমুদ্ৰৰ
মধ্যে চিত্ত ক্ৰীড়ন্ত সমূলি ।
এহি কৃষ্ণ-ধ্বনি শুনি অনন্ত কন্দলি আদি
প্ৰৱেশিলা কিনো ভৈল বুলি ॥
সিটো মহা আশ্চৰ্য্যক দেখি সৱে মকমক
কান্দিলেক পৰম প্ৰেমত ।

পৰম ঈশ্বৰ কৃষ্ণ ভকত বৎসল হন্ত
দেখিলোহো দেৱ গোপালত ॥৭৬১
মোৰ পিতা মহন্তত পূৰ্ব্ব কথা কাহলন্ত
দেৱ বংশীধৰ ধৰ্ম্মী যথা।
মহা শুদ্ধ ব্ৰহ্মচাৰী সৰ্ব্বকালে নিৰ্ব্বিকাৰী
যাত নাহি কিঞ্চিতো অন্যথা ॥

খৰঙ্গিৰ সনাতনৰ ছল-বুদ্ধি

খৰঙ্গিৰ সনাতন বকুৱায়ে যাৰ মন
মুহিবাক পত্নীক পাঞ্চিলা।
একোমতে নপাৰিয়া গলে বস্ত্ৰ বান্ধি গৈয়া
দণ্ডৱতে আগতে পৰিলা ॥৭৬২
ক্ষমাপন কৰাইলেক দেৱতাক ভৰ্ৎসিলেক
শুন অৰে পাপী দুৰাচাৰ।
একে কলি পাপাচাৰ পাপৰ নাহিকে ওৰ
আমাক পৰীক্ষা কৰ আৰ ॥
আফু ভাঙ্গ খোৱা খাই আনো পাপ ঠাই ঠাই
কৰি কেনমতে গতি পাইবি।
মহন্তৰ ধৰ্ম্ম এৰি ঘোৰ সংসাৰত পৰি
জানো সৱে অধোগতি যাইবি ॥৭৬৩
এহি বুলি আসিলন্ত আনো গুণ অপৰ্য্যন্ত
দেৱ গোপালৰ কৈবো কত।
ত্ৰিকালত একেশ্বৰে বংশী বায়া বংশীধৰে
বসি থাকে সভাৰ মধ্যত ॥

দ্বিজ ৰমানন্দ পদ-পটোঁতা

খাগটিয়া আতা মোক বোলে তুমি চিনিয়োক
এহি দেখা বংশী যে গোপাল।

পৰম মহন্ত হুব জগতক নিস্তাৰিব
মহাধৰ্ম্ম থাপিলন্ত ভাল ॥৭৬৪

এতেকে আনকো এৰি ইহান আগত পৰি
আম্মে তুমি পদ শুনায়োক।

তান বাক্য ধৰি মনে পদ শুনাই ঘনে ঘনে
যেন ৰুচি শুনাই দিলে মোক॥

পাছে দেৱে ভাটী যাই পৰম ধৰ্ম্মক পাই
পুনু ইদেশক আসিলন্ত।

শুনি সমীপক গৈলো পাছে পৰিচয় ভৈলো
দেখি ভৃত্য বুলি ধৰিলন্ত ॥৭৬৫

পৰম ধৰ্ম্মক পাই পাছে দেৱে ভাটা যাই
পুনু ইদেশক আসিলন্ত।

শুনি সমীপক গৈলো পাছে পৰিচয় ভৈলো
দেখি ভৃত্য বুলি ধৰিলন্ত॥

শ্ৰৱণ ভজন ভক্তি লভিয়া আনন্দ মতি
পাইলো দেৱ গোপাল-কৃপাত।

সুহৃদ বান্ধৱ পিতা গুৰু প্ৰাণ ইষ্ট দাতা
মানি আছো দেৱক সাক্ষাত ॥৭৬৬

বত্নাকৰ কন্দলিৰ শৰণ

বত্নাকৰ কন্দলিয়ে প্ৰচণ্ড ৰাজাক ভয়ে
একো মতে সুখ-শান্তি নাই।
ৰাজা মোক খঙ্গি আছে জানো ধৰি কাটে পাছে
কোন বুদ্ধি কৰো কি উপায় ॥

অন্ন-পানী নুৰুচয় ৰাত্ৰি নিদ্ৰা নাহিকয়
এক নিশা দেখিলা স্বপ্নত।
বিপ্ৰে বোলে শুন তন্ত্ৰি উপায় কৰোহো মন্ত্ৰি
যাৱ বংশীগোপাল-পাশক ॥৭৬৬

তানে আশীৰ্ব্বাদ-মালা শিৰত ধৰিয়া ভালা
প্ৰসাদ লভিবি নৃপতিৰ।
কন্দলিয়ে জাগিলন্ত স্নানি তৈকে লৰিলন্ত
যৈত আছা দেৱ বংশীধৰ ॥

দেৱে তাঙ্ক মান্য কৰি আশীৰ্ব্বাদ মালা ধৰি
শিৰত দিলন্ত কন্দলিৰ।
কৃত-কৃত্য ভৈলো আমি বুলিয়া প্ৰশংসা-বাণী
আগক গৈলন্ত নৃপতিৰ ॥৭৬৮

তাঙ্ক দেখি নৃপবৰে হাঁসি বোলে দায়াতৰে
নাহি ভয় শঙ্কা নকৰিবা।
আগে দায় ধৰিলোহো কাটিবাকো খুজিলোহো
এৰিলোহো নিশ্চয়ে জানিবা ॥

এহি বুলি তাঙ্ক ৰাজা পুনু কৰিলন্ত পূজা
সুবৰ্ণ ৰজত বস্ত্ৰ দিয়া।

কন্দলিও আসি ঘৰে প্ৰশংসিলা নিৰন্তৰে
দেৱৰ বাক্যক সুমৰিয়া ॥৭৬৯
তাৰেপৰা বাৰম্বাৰ আসি আসি কন্দলিয়ে
দেৱ গোপালত প্ৰীতি কৰে।
শুনাই আগে ভাগৱত দেখিয়া দেৱৰ তত্ত্ব
শৰণ লৈলেক অনন্তৰে ॥
আনো আনো যত নৰে দেৱ বংশীগোপালৰে
আশীৰ্ব্বাদ কৃপাক লভিলা।
মনোৰথ পাই পাই দেৱৰ কীৰ্ত্তিক গাই
সকলে লোকত কহিছিলা ॥৭৭০
এহিমতে পিতামহে আনো বহু গুণ কহি
দেৱ বংশীগোপাল প্ৰভুৰ।
খণো কান্দি কান্দি থাকি বান্ধৱ গোপাল ডাকি
মহানন্দ লভয় প্ৰচুৰ ॥

## দুলড়ি

শুনা বহু জন পৰম পয়াণ
গোপালদেৱ-চৰিত্ৰ।
কলি যুগে সাৰ হৰি অৱতাৰ
সন্তেসে জানা বিদিত ॥৭৭১

ইটো ৰহস্যক বিষ্ণু-বৈষ্ণৱক
এক বুদ্ধি কৰি মনে।
তাক দায়াত্তৰে পৰম ঈশ্বৰে
নেৰে মহাজনে জানে॥
নমো বংশীধৰ পৰম ঈশ্বৰ
নন্দৰ নন্দন হৰি।
নৰৰূপে আসি ধৰ্ম্মক প্ৰকাশি
লোকক নিলা উদ্ধৰি ॥৭৭২
সৰ্ব্বকালে তুমি লোকক উদ্ধাৰা
নিজৰূপে সন্তৰূপে।
মঞি-দুখিতক পেলাইছা কিসক
ভৱ-বন্ধ-অন্ধকূপে॥
তুমি সৰ্ব্বকৰ্ত্তা শৰণ্য নিয়ন্তা
দেৱতা করুণা-সিন্ধু।
ভজিলো তোমাক নেৰিবা আমাক
কৃপা কৰা দীনবন্ধু ॥৭৭৩
ইহ পৰলোকে সদায় দিয়োক
সাধু-সঙ্গে সুখে বাম।
ভকতি-আনন্দ পাঠক ৰমানন্দ
ডাকি বোলা ৰাম ৰাম॥

## পদ

দেৱৰগ্ৰামৰ মন্দিৰৰ মহেশ দেৱ-গোপালৰ কাষলৈ অহাৰমহিমা

একদিনা দেৱ থাকি দেৱৰগ্ৰামত।
দেখন্ত মহেশে আসি বোলন্ত স্বপ্নত ॥৭৭৪
ত্ৰিশূল ডম্বৰু হাতে ধৰি হাঁসি হাঁসি।
প্ৰেম-ভাৱে সাৱটিয়া ধৰিয়া আশ্বাসি ॥
শুনিয়ো গোপাল তুমি মোহোক দেখিতে।
কিয় নযৱাহা কিবা ভিন্ন কৰা চিত্তে ॥৭৭৫
মোহোৰ বান্ধৱ সদা হৰি-ভকতেসে।
মোতো মহা প্ৰীতি আছে ভকতৰ নিশেষে ॥
এতেকে আসিলো মঞি দেখিবে তোমাক।
ঈশ্বৰ সমান মানো বৈষ্ণৱসৱাক ॥৭৭৬
এহি শুনিলাতে দেৱ গোপাল জাগিলা।
হৰি হৰি হৰি হৰ বুলিয়া কান্দিলা ॥
স্নান কৰ স্বপ্ন কহি বুলিলা প্ৰেমত।
ৰুদ্ৰক দেখিবে যাইবো কালি প্ৰভাতত ॥৭৭৭
যিটো নিশা দেৱে দেখিলন্ত মহেশক।
সিনিশাত হৰে বুলিলন্ত ঠাকুৰক ॥
শুনিয়ো দেৱৰী কালি প্ৰভাততে মঞি।
সম্ভক দেখিবে যাইবো হস্তী কাছ তঞি ॥৭৭৮
প্ৰাতসে ঠাকুৰ দেৱে নৱায়া সাৱৰী (?)।
হস্তী কছাই দ্বাৰত ৰাখিলা আগ কৰি ॥

হস্তীকো দেখয় জানু পাৰি উঠিলেক ।
গম্ভীৰ গতিয়ে পাছে চলিবে লৈলেক ॥১৭৯

নাহিকে মাহুত তভো চলয় ফোকাই ।
বহুত দেৱৰীসবো পাছে পাছে যাই ॥
দেৱ গোপালৰ থাকিবাৰ থান পাই ।
দেখে গজ ৰহিলেক কন্ধক দমাই ॥১৮০

দেৱৰীসকলো মহা বিস্ময় দেখিয়া ।
প্ৰণামিয়া পৰি পৰি স্বপ্নক কহিয়া ॥
দেৱে শুনি মহা প্ৰেমে কান্দিলা বিস্তৰ ।
হা হা মোক প্ৰতি দায়া আছয় সন্তৰ ॥১৮১

সপ্ৰেম কুটুম্বে যেন কুটুম্বক পাই ।
নৱ নৱ কৰি মহা প্ৰেমে চাৱে যাই ॥
এহি বুলি বিস্তৰ কান্দিলা মকমক ।
লোতকে তিয়াইল শৰীৰ বসনক ॥১৮২

আপুন স্বপ্নক পুনু সৱাতে কহিলা ।
সৱে জয় জয়-ধ্বনি লোকে উচ্চৰিলা ॥
পাছে দেৱে মহা প্ৰেমে হৰক সাদৰি ।
হস্তীকো খুৱাইলা কলা ইক্ষু আদি কৰি ॥ ১৮৩

আগ বঢ়াই থইলে পুনু গৈলেক সকলে ।
এহি কথা দেশে দেশে কৈলা কৌতূহলে ॥
পাছ দিনা দেৱে গৈয়া ৰুদ্ৰৰ মন্দিৰে ।
পুনু পুনু আলিঙ্গিয়া মূৰ্ত্তিক শৰীৰে ॥১৮৪

জানু পাৰি আলিঙ্গিয়া আছিলা প্ৰেমতে।
হৰি হৰ একে আত্মা মানিয়া মনতে॥
বহু তুতি-নতি প্ৰীতি কৰিয়া আসিলা।
দেৱৰীসকলে পাছে দেৱক ভজিলা॥৭৮৫

শুনা সাধুগণে অৰ্থ মনে অৱগাই।
ৰুদ্ৰৰো পৰমানন্দ গোপালক পাই॥
ভাল বুলিলন্ত ৰুদ্ৰে দশপ্ৰচেতাত।
এতেকে সন্তৱ কথা শুনিয়ো সাক্ষাত॥৭৮৬

ৰুদ্ৰদেৱে আগবাঢ়ি যান্ত যাৰ ঠাই।
তান কথা শুনিবাক হেলা মুযুৱাই॥

পদ-পুথি নে ভাগৱত ?

আৰো একখানি কথা শুনা আতপৰে।
তিনিটি বৈষ্ণৱ আইলা পশ্চিম দেশৰে॥৭৮৭

গৌৰাঙ্গ মুৰাৰি দাস আৰো নাৰায়ণ।
জাতিত অধম কিন্তু ধৰ্ম্মিষ্ঠ শোভন॥
গৌৰাঙ্গ ভাতিজ হুয় খোড়ত নাৰায়ণ।
দেৱ দামোদৰক সেৱিছে তিনিজন॥৭৮৮
কতো দিনা আছি পাছে আজ্ঞা মাগি লৈলা।
নৌকা কিনিবাক গ্ৰামে গ্ৰামে পৰ্য্যটিলা॥
সত্ৰে সত্ৰে ভকতত থাকিয়া পুছয়।
ভাগৱত ভাগৱতী আছে নাহিকয়॥৭৮৯

আছে বুলি পাছে দেখো পদসে পঢ়য়।
ভাগৱত বুলি সেহি পদক কহয়॥

পদ-পাঠকক ভাগৱতী বুলি কয়।
ভাগৱত ভাগৱতী দুইকো নজানয় ॥৭৯০
গীতা ৰত্নাৱলী ৰত্নাকৰ ৰামায়ণ।
ঘোষা ভক্তিসাৰ মোক্ষনির্ণয় কীর্ত্তন ॥
আনো যি পুস্তক মাত্র দেখে যিতিখণ।
সমস্তকে ভাগৱত বোলে সর্ব্বজন ॥৭৯১
মাসা চাৰি বিচাৰি জানন্তা নপাইলেক।
পুন্ন আসি দেৱ গোপালত কহিলেক ।
স্নান কৰি আছে আন লোক নাহিকয়।
দণ্ডৱতে প্রণামিয়া বুলিলা বিনয় ॥৭৯২
কিছুমান বাক্য প্রভু বুলিবাক চাঞ।
নজানোহো কিবা কোপ প্রসাদ বা পাঞ ॥
সূর্য্যসম প্রকাশক মহা ভাগৱত।
দেৱৰ সদৃশ কোন আছে ইদেশত ॥৭৯৩
কিন্তু একখানি কথা দেখিছো দেৱত।
কিয় নমানয় দেৱে শ্রীভাগৱত ॥
শুনি দেৱে দুঃখ-মনে বুলিলা বচন।
ভাগৱত নমানিছো বোলস কেমন ॥৭৯৪
পৰম আদৰে মঞি শুনো ভাগৱত।
কোন অৱমান ভৈল কহিয়ো সাম্প্রত ॥
শুনি নাৰায়ণে প্রেমে দিলন্ত উত্তৰ।
শুনিয়োক যেন মত ভৈল অনাদৰ ॥৭৯৫

তুমি হেন মহাজন আছা বিগুমান।
সৱেও নজানে ভাগৱত কোনখান ॥
দেৱ আছন্তেও যদি লোকে নজানিলে।
একেশ্বৰে দেৱে মানি কি কাৰ্য্য সাধিলে ॥৭৯৬
চাৰি মাস ফুৰো আক বিচাৰি বিচাৰি।
ভাগৱত নজানয় কেহো নৰ-নাৰী ॥
পুস্তক মাত্ৰকে সৱে বোলে ভাগৱত।
আছোক আনৰ কথা তোমাৰে সত্ৰত ॥৭৯৭
জগন্নাথে কেনে ভাগৱতী বোলাৱয়।
শ্লোকগুটি পাঠতে ত্ৰিভয় বক্ৰ হয় ॥
কালি দেখো ভাগৱত পঢন্তে কন্দলি।
থৌউলা ? কলিক বুলি পঢে পদ মেলি ॥৭৯৮
শ্ৰীভাগৱত শাস্ত্ৰ অমৃত-সাগৰ।
দুৰ্ভগীয়া লোকে আৰ নপাৱে ওচৰ ॥
কৃপালু শঙ্কৰে আৰ অৰ্থ পদ-ছলে।
লোকক দেখাইলে কেশৱৰ কৃপা-বলে ॥৭৯৯
পদ-ৰস পাই পাছে ভাগৱত পিব।
ঘোৰ সংসাৰক পাছে সুখে নিস্তাৰিব।
হেন ভাগৱত লোকে যেমনে জানয়।
তেমন প্ৰকাৰ কৰিবাক যোগ্য হয় ॥৮০০
হেন শুনি হাসি দেৱে দুইহানো বচন।
ধৰিল মনত প্ৰশংসিয়া ঘনে ঘন ॥

এক দিনা দেৱে ভক্ত সমে আলচিলা।
কন্দলি পুত্ৰ হৰিচৰণৰ নতুন নাম ভাগৱত মিশ্ৰ
কন্দলি পুত্ৰক নাম দিবে ইছা ভৈলা ॥৮০১
পূৰ্ব্বে হৰিচৰণ পিতৃয়ে নাম দিলা।
দেৱ গোপালৰ পাৱে যি দিনা অৰ্পিলা ॥
সেহি দিন হন্তে আতি কান্তি উজ্জ্বলিল।
সমস্তে লোকৰ অনুৰাগ-পাত্ৰ ভৈল ।৮০২

গৌৰাঙ্গ-বৰণ কায় দেখিতে সুঠান।
ভাগৱত ব্যাখ্যাতে ৰঞ্জাৱে সভাখান ॥
শুভ বাৰে শুভ ক্ষণে সুমঙ্গল কৰি।
ভাগৱত মিশ্ৰ নাম দিলন্ত সাদৰি ॥৮০৩

যথাযোগ্য উপযোগ বস্তু ভাল ভাল।
দিলন্ত বিস্তৰ কৰি শ্ৰীমন্ত গোপাল ॥
ধৰি একদিনা শুভ বসিয়া সভাত ॥৮০৪

সৱাকে শুনায়া প্ৰেমে বুলিলা বচন।
শুনিয়োক বাপুসৱ কৰি এক মন ॥
একদিনা দেৱ দামোদৰ বসিছন্ত।
নাম গায়া ভকতেও পদক পঢন্ত ॥৮০৫

তথাপি বোলন্ত কেনে মন নকৰাহা।
প্ৰসঙ্গৰ বেলা গৈল কিয় বসিছাহা ॥
ভকতে বোলয় দেৱে মন নকৰিছে।
ভক্তসৱে নাম গায়া পদক পঢ়িছে ॥৮০৬

দেৱে বোলে মঞি এতমান কলা ভৈলো।
নাম গায়া পদ পঢে তাকো মুগুনিলো।
শ্ৰীকৃষ্ণ-মুখ-বাণী শ্ৰীভাগৱত।
তাৰ পাঠ বিনে হুইব প্ৰসঙ্গ কেমত ॥৮০৭

শুক নাৰদাদি কৰি মহন্তসৱৰ।
যাত বাৰম্বাৰ ক্ৰীড়া সন্তোষ মনৰ॥
হেন বাণী ভক্তসৱে শুনিয়া মনত।
অত্যন্ত শ্ৰদ্ধায়ে পান কৰে ভাগৱত ॥৮০৮

এতেকে তোৰায়ো অতি শ্ৰদ্ধা কৰি মনে।
শ্ৰীভাগৱত ৰস পিয়োক সঘনে॥
পাঁচ শ্ৰৱণি নিয়োগ আৰ এক কথা শুনা দেৱ গোপালৰ।
প্ৰসঙ্গ নিয়মি বোলে আগত ভক্তৰ ॥৮০৯
যদি ভাগৱত সৱে শুনা সাৱধানে।
তভো পঞ্চ শ্ৰৱণি পাতিবো বিদ্যমানে॥
মহন মুকুন্দ কৃষ্ণচৰণ কৰুণা।
শ্ৰীহৰি শ্ৰৱণি পাতিলোহো পাঞ্চজনা ॥৮১০
দ্বাৰকা লখণ মধুসূদন শ্ৰীহৰি।
কমললোচন জগন্নাথ জয়হৰি॥
নিত্যানন্দ গোপাল গোবিন্দ জয়ৰাম।
মধু হৰিবল্লভ গোকুল পৰ্ণ্বাম ॥৮১১

বিষ্ণু সনাতন ৰাম শ্ৰীনিৰঞ্জন।
যদুৰায় যদুমণি আনো ভক্তগণ॥

সবে কৰ্ম্ম কৰন্তে পাঞ্চকো নধৰিবা।
মোহোৰ সঙ্গত পাঞ্চো বসিয়া থাকিবা ॥৮১২
এহি বুলি পাঞ্চকো দিলন্ত দ্রব্যচয়।
সৱে বৈষ্ণৱকো পাছে দিলা মহাশয় ॥
হস্ত তুলি হৰি-ধ্বনি কৰাই বাৰম্বাৰ
একে থানে সৱাকো কৰিলা নমস্কাৰ ॥৮১৩

ভাগৱত মিশ্ৰৰ ভাগৱত ব্যাখ্যা: ছোট বনমালীৰ অদ্ভুত স্মৰণ-শক্তি

সৱে বৈষ্ণৱৰ মনে আনন্দ মিলিলা।
পুনু পুনু প্ৰেমতে দেৱক প্ৰণামিলা ॥
মধ্য কৰি প্ৰভুক আবৰি থাকা বসি।
প্ৰসঙ্গ পাতিয়া ভাগৱত পিয়ে ৰসি ॥৮১৪
শ্ৰীভাগৱত মিশ্ৰে নানা সুৰ তুলি।
ভক্তে ৰস-আনন্দত মজিলা সমূলি ॥
পৰমাৰ্থ-ৰস ঢালি কহে ভাগৱত।
বৈষ্ণৱসবৰ মন পশয় অৰ্থত ॥৮১৫
সনাতনে দুয়ো বেলা পদক পঢ়য়।
নিশা ভৈলে বিপ্ৰ নিৰঞ্জনে শুনাৱয় ॥
দেৱ গোপালৰ পূৰ্ণ প্ৰেমে সদা চৰে।
আনন্দতে নয়নৰ লোতক নিগড়ে ॥৮১৬
যত ভক্ত সত্ৰৰ আনোৱা যত হয়।
সৰ্ব্ব লোকে এক মহা আশ্চৰ্য্য দেখয় ॥
দেৱ ভাগৱত মিশ্ৰে ভাগৱত কহে।
দেৱ বনমালীৰ কণ্ঠত সৱে ৰহে ॥৮১৭

আগে ভাগৱত শুনি থাকে সাৱধানে।
সবেখানি পাছে আসি কহে বিদ্যমানে।
শ্লোক টীকা সংহাৰ পাঠক উচাৰয়
পাছে প্ৰতি পদ ভাৱ ব্যাখ্যাক কৰয় ॥৮১৮
আৱৰিয়া বহু লোকে শুনিয়া আছিলা।
মহাজন সৱো দেখি আশ্চৰ্য্য বুলিলা ॥
এমন কথাক নতু দেখি নতু শুনি।
নপঢিয়া ভাগৱত কহয় আপুনি ॥৮১৯
বহুকাল বহুবাৰ পঢে ভাগৱত।
তভো তাৰ অৰ্থ নপাৱয় ভাল মত ॥
চোট বনমালী আত্তা অল্প বয়সত।
সিংহ হেন বাখ্যা কৰে শ্ৰীভাগৱত ॥৮২০
বিস্ময় দেখিয়া দেৱ গোপাল বোলয়।
সামান্য লোকত ইটো কথা নঘটয় ॥
কোনবা পৰম যোগী সিদ্ধ আছিলেক।
যোগ-ভ্ৰষ্ট হুয়া আসি মানুষ ভৈলেক ॥৮২১
কৃষ্ণৰ কৃপাত পুন্ন ভাগৱত কহে।
জানো চিৰকালে দেহা ৰহে বা নৰহে ॥
এহি বুলি আশীৰ্ব্বাদ দিলন্ত বিস্তৰ।
আনো বহু কথা আছে দেৱ গোপালৰ ॥৮২২
যেন মতে যাক যৈত যিটো শিক্ষা দিলা।
যেন মতে বাংশ-মূঢা গৃহতে লুড়িলা ॥

যেমনে লুডিয়া সৱে যৱন মাৰিলা।
তাৰ বংশ সিও যত বিঘিনি লভিলা ॥৮২৩
যত যত মঙস্তৰ যত যত কথা।
যেন মতে বংশীধৰে কহিলন্ত কথা ॥
সিসব কথাৰ পদ বহু হয় আৰ।
দেখি ভয়ে স্থূলে তাক কৰো নমস্কাৰ ॥৮২৪

ধোবা চুবুৰী সত্ৰৰ কথা: ভাগৱত মিশ্ৰক উত্তৰাধিকাৰী পতা হয়

যেন মতে ধৰ্ম্ম থাপি গৈলা বৈকুণ্ঠক।
তাৰ মাত্ৰ সংক্ষেপিয়া কৰিবো পদক ॥
একদিনা ৰজকৰ গ্ৰামৰ সত্ৰত।
বুলিলন্ত দেৱে সৱে বৈষ্ণৱ আগত ॥৮২৫
শুনিবা বৈষ্ণৱসৱ কৰি এক মন।
দেৱ দামোদৰ আদি সন্তৰ বচন ॥
ধৰিয়া ইদেশে আসি আছো এতকাল।
গোবিন্দ ঠাকুৰ মূৰ্ত্তি মদনগোপাল ॥৮২৬
ভাগৱত আদি মোৰ যতেক পুস্তক।
দ্ৰব্য সমঘিতে আৰো বৈষ্ণৱসৱক ॥
ইটো সত্ৰ অনুৱৰ্ত্তী যতেক আছয়।
এহি ধৰ্ম্ম অনুমানি আশা কৰিছয় ॥৮২৭
সমস্তকে দিলো আনি ইহান হাতত।
ভাগৱত মিশ্ৰ বাপু পালিবা সাম্প্ৰত।
নামত কৰ্ম্মাই মোৰ পিতৃৰ কনিষ্ট।
তানে নিজ মণ্ডা মোৰ ভ্ৰাতৃজ বিশিষ্ট ॥৮২৮

ধৰ্ম্মশালী সহিষ্ণু দম্ভাদি নজানয় ।
ভাগৱত শাস্ত্ৰ পঢ়িবাক নপাৰয় ॥
ইহাক্কো দিলোহো আমি তোমাৰ হাতত ।
থাকিবাহা হুয়ো ধৰ্ম্ম পালিয়া সতত ॥৮২৯

মহন্তৰ আশীৰ্ব্বাদ কৃষ্ণৰ কৃপাত ।
তোমাক আনিয়া দিলে আমাক সাক্ষাত ॥
ভক্ত ভাগৱত মূৰ্ত্তি একে বস্তু জানি ।
সমস্তকে আবৰিবা সমভাৱ জানি ॥৮৩০

মহাপুৰুষৰ ধৰ্ম্ম যেমনে বহয় ।
তেমনে প্ৰৱৰ্ত্তি সদা থাকিবে লাগয় ॥
বিস্তৰ কহিবো কিবা শুনা সমুদায় ।
মোহোৰ সম্বন্ধি তুমি ভৈলা শুক-প্ৰায় ॥৮৩১

তেজ বল শক্তি আদি মোৰ শৰীৰত ।
যত আছে সৱে দিলো তোমাৰ দেহত ॥
এহি বুলি স্নেহত মলচি নিজ কায় ।
মিশ্ৰদেৱ শিৰত দিলন্ত সমুদায় ॥৮৩২
মিশ্ৰদেৱে-কৰযোৰে অৱনত-কায় ।
জানু পাৰি আছা প্ৰেমে মাথা চপৰাই ॥
গোপালৰ মুখ-পদ্ম এক দৃষ্টি কৰি ।
আশীৰ্ব্বাদ বাক্যামৃত পিলা কৰ্ণ ভৰি ॥৮৩৩

দেৱ গোপালৰ কৃপা-দৃষ্টিৰ বলত ।
কৃত-কৃত্য ভৈলো হেন মানিয়া মনত ॥

প্রতি বচনতে ভক্তে হৰি-ধ্বনি কৰে।
মিশ্রদেৱে মাথা দমাই ধৰন্ত সাদৰে ॥৮৩৪

পাছে বহুবাৰ নমি লৈলন্ত শিৰত।
দেৱৰ চৰণ চাই ৰহিলা প্রেমত ।।
পুনু বুলিলন্ত দেৱে ভকতক চাই।
আৰো কিছু বুলিবোহো শুনিয়ো তুনাই ।৮৩৫
গোবিন্দ ঠাকুৰ মূৰ্ত্তি আৰো ভাগৱত।
মদনগোপাল সমে থাকে যি থানত॥
সেহিসে আমাৰ সত্র তাহাতে থাকিবা।
আমি সমে সমস্তকে ৱেৱেসে লভিবা ॥৮৩৬

চাউল কানি আসে যদি গাৱে গাৱে যাইবি।
তেবে মোৰ সত্র এৰি কেনে মোক পাবি ॥
জগন্নাথ আসিছন্ত গোবিন্দ ঠাকুৰ.
ইহানে সেৱাত সৱে হুইবে মন পৰ ।৮৩৭
এহিমতে আনো বাক্য বুলিলা বিস্তৰ।
হৰি-ধ্বনি বাৰম্বাৰ ভৈলা ভকতৰ ॥
পুনু বুলিলন্ত ভকতক কৃপা কৰি।
জানো মোৰ ভক্ত পোষে নোপোষন্ত হৰি ॥৮৩৮

দুখীয়া ভক্তক মোৰ যদি দায়াতৰে।
আপুনি ঈশ্বৰ কৃষ্ণে পোষে নিৰন্তৰে ॥
তেৱে বৈৰে পাৰিব সকলে এক ঠাই।
হা হা প্রাণ কৃষ্ণ তুমি নেৰিবা সদায় ॥৮৩৯

হে কৃষ্ণ কৰো তযু চৰণে কাতৰ।
আপুনি চিন্তিবা হিত সদায় ভক্তৰ ॥
তৈলটোপা চাউলমুঠি গাৰে কানিখান।
ভক্ত সমস্তক বস্তু লাগে এহিমান ॥৮৪০

এহি বুলি মনে নৰাখিলো আমি ধন।
পাইলো মানে সৱে বিলাই কৰিলোহো ছন।
ইটো মহা সত্ৰ আক ধৰণ দুষ্কৰ।
তভো ৰক্ষা হুইব অনুগ্ৰহে গোবিন্দৰ ॥৮৪১

এহিমতে বহু খেদ কৰি ভকতক।
লোতক শ্ৰৱিল কান্দিলন্ত মকমক ॥
শুনা সভাসদ ভাৱ দেৱ গোপালৰ।
আছন্ত সদায় হিত চিন্তি ভকতৰ ॥৮৪২

পাছত ভক্তৰ অৰ্থে খেদ কৰিলন্ত।
কৃষ্ণ-চৰণতো বহু প্ৰাৰ্থিয়া গৈলন্ত ॥
সেহি খেদ-কৃপা-বলে মহা সত্ৰ ৰৈল।
দেশে দেশে যাৰ কীৰ্ত্তি সূৰ্য্য যেন ৰৈল ॥৮৪৩

সেহি প্ৰভু গোপালৰ পদ-ৰেণু-বলে ॥
বলদেৱ আদি সাধু সূৰ্য্য যেন জ্বলে।
অল্প জানা যাৰ অনুগ্ৰহ লেশ পাই।
সমস্তকে জিনি ফুৰে মাতন্তাও নাই ॥৮৪৪

হে বংশীগোপাল কৃপাল নৱনিধি।
তযু পদ-পঙ্কজেসে মোৰ মন সিদ্ধি ॥

পৰিহাস-ছলে কৃপা কৰিলা আমাক।
হা হা মন্দভাগী মঞি নুবুজিলো তাক ॥৮৪৫

কদাচিতো মিথ্যা নহে তযু বাণীচয়।
যি বুলিলা ভক্তি মোক পাইবি বাৰম্বাৰ।
সেহিসে বাক্যৰ অৰ্থ ঘটিল আমাৰ ॥৮৪৬

তযু ভ্ৰাতৃজৰ সঙ্গে পিলো ভাগৱত।
এখন ভৈলেক পান তোমাৰ যশত ॥
তোমাৰ দাসৰো দাস হুয়া সৰ্ব্বদাই।
শ্ৰীভাগৱত ৰাম কৃষ্ণ নাম গাই ॥৮৪৭

যেমনে থাকিবে পাইবো ইহ-পৰ লোকে।
জীৱনে মৰণে তুমি নেৰিবাহা মোকে ॥
কৃষ্ণ গোপালৰ পদ পঙ্কজক স্মৰি।
ভণে ৰমানন্দে ডাকি বোলা হৰি হৰি ॥৮৪৮

## ছবি

বংশী-গোপালক বস্ত্ৰ দিওঁতা আক তেৰাৰ গুৰু

আৰো এক দিনা দেৱে নাম জাপ্য কৰি আছে
পুছে কৃষ্ণচৰণ শ্ৰৱনি।
তযু পাৱে কৰি সেৱ আন নজানোহো কেৱ
দেৱেসে আমাৰ শিৰোমণি ॥

পুছিবাক দায় নাই সৱাবো সংশয় পাই
তাতে পুছো গুৰুক দেৱৰ।
শুনি দেৱে প্ৰেমে পাছে ক্ষণেক তভিয়া আছে
হুমহুমি কান্দিলা বিস্তৰ ॥৮৪৯
মাতিবাকো নপাৰিয়া ঘনে ঘনে ফোকাৰিয়া
ধীৰে ধীৰে বুলিলা বচন।
কিনো উপকাৰী তঞি কৰিলো তোহোক মঞি
কিবা দিবো কৰি নিকৰণ ॥
ইহ পৰলোকে মোৰ দেৱ দামোদৰ গুৰু
জানিবাহা সকলে ভকত।
বিচাৰ যুগুতি কথা কহো আমি যথা তথা
তাক পাইলো আতা মাধৱত ॥৮৫০
ই মোৰ ৰহস্যচয় আনো কালো সুপুছয়
আজি কৰিলোহো উপকাৰ।
এহি বুলি প্ৰেম ধৰি হস্ত কৃতাঞ্জলি কৰি
সৱাকো কৰিলা নমস্কাৰ ॥

মাঝিকুচিৰ হৃষীকেশৰ অসম্পূৰ্ণ পছিম-যাত্ৰা

যিটো মোৰ মাতামহে বংশীধৰ অনুগ্ৰহে
ধৰ্ম্মধাৰী মহন্ত ভৈলন্ত।
হৃষীকেশ নাম তানে থাকি মাঝিকুচি গ্ৰামে
এক দিনা তেহো আসিলন্ত ॥৮৫১

দণ্ডৱতে নমিলন্ত স্নেহে আজ্ঞা মাতিলন্ত
পছিম যাইবাক ইছা কৰি।
শুনি দেৱে হাসিলন্ত মনে আজ্ঞা নেদিলন্ত
বহু স্নেহে বুলিলা সাদৰি ॥
আনসৰে পৰিহৰি শ্রৱণ-কীর্ত্তন কৰি
থাকি সুখে সমস্তকে পাই।
পথত গমন দুখে নামো নাহিবেক মুখে
কিনো পাইবা পছিমক যাই ।৮৫২
কিন্তু যদি দামোদৰ আদি সৱে মহন্তৰ
আন ধৰ্ম্ম দেখিবাক যাৱা।
নকৰোহো বাধা তাক কিবা তুমি চলিবাক
নপাৰিয়া আপুনি নথৱা ॥
পথতো বিঘিনি আছে কিবা মোক স্মৰা পাছে
যেন যোগ্য কৰিয়ো তেমনে।
হেন অনুমতি পায়া নমস্কাৰ কৰি যায়া
সংশয়ত কৰিলা গমন ।৮৫৩
বৰপেটা মানে যাই দেৱ-বাক্যে বিঘ্নি পাই
উলটি আসিয়া দেৱ-থানে।
যি কিছো বিত্তক নিলা সমস্তে দেৱকে দিলা
কিঞ্চিতো নিনিলা বিৎস্তমানে ? ॥
অমোঘ দেৱৰ বাণী নজানিল অল্প প্রাণী
দোষ ক্ষেমি লৈয়ো ভৃত্য বুলি।

এহি বুলি চৰণতে পৰিলন্ত দণ্ডৱতে
দেৱে পাছে ধৰিলন্ত তুলি ॥৮৫৪

পাছে অনুমতি লৈয়া আপুন সত্ৰক গৈয়া
হৰি-সেৱা কৰিয়া ৰহিলা।
এহিমতে আনো বেলা যাক যাক যি বুলিলা
তাৰ অৰ্থ তেমনে ফলিলা ॥

কৃষ্ণই নৈবেদ্য গ্ৰহণ কৰে

নৈবেদ্য কৰন্ত দেৱে যেন নজানয় কেৱে
মোদক তাম্বুল পাত্ৰ ভৰি।
আগে গণি বান্ধি থৱে পাছে তাৰ লেখা লৱে
লৈলেক নলৈলে চাঞা হৰি ॥৮৫৫

পাত্ৰ মেলি মেলি চাই কতুটি কতুটি নাই
দেখি মহা প্ৰেমত মজিয়া।
জানিলোহো নিষ্টে নিষ্ট লৈলে বস্তু প্ৰাণকৃষ্ণ
এহি বুলি লোতক ঝুৰয় ॥

খণো খণো কৃষ্ণে আসি নিশা স্বপ্নে মাগি হাসি
মোক পৰমান্ন দিয়া বুলি।
পৰমান্ন দিয়া দিয়া আনন্দে কম্পিত হিয়া
নাম গায়া নাচে হাত তুলি ॥৮৫৫

বনগাৱঁত : ৰাজ-সম্পাতিৰ নয় নিতান্ত সম্ভাৰ হয়
ভোগ- ঐশ্বৰ্য্যত অনিচ্ছা : তভো ভোগ লেশো নকৰয় ।
বৈষ্ণৱকে মাত্ৰ দিয়ে আপুনি সদায় হিয়ে
পুৰুষোত্তম ঠাকুৰে দিয়া তলিচা কৃষ্ণ-পাদ-পদ্মত ৰময় ॥
আতি বৃদ্ধ দেহ জানি শঙ্কৰ-নাতিৰো বাণী
ভক্তে প্ৰাৰ্থি তলিচা দিলেক ।
তিনি দিন পাছে যাই মোৰ পিতামহে পাই
মহা দুখে তাকো কহিলেক ॥৮৫৭

শুনিয়ো ভাৰতী তুমি আপদে মজিলো আমি
শুনিলা কি নতু শুনা তাক ।
শুনি পিতামহে ডৰি কিবা ভৈল হৰি হৰি
বুলি শোকে ভৈল তৰ্কবাক ॥

পুনু দেৱে বোলে বাণী শুনা ভৈল যেনখানি
শঙ্কৰৰ নাতিৰ বচনে ।
ভিতৰত তুলা দিয়া দুইখান কানি সীয়া
শুইবে লাগি দিলা ভক্তগণে ॥৮৫৮

ঠাকুৰৰ বাক্য হানি হয় দেখি মনে মানি
তাত শুয়া থাকো তিনি দিন ।
যিবা এক গুটি নাম স্মৰিছিলো অবিশ্ৰাম
তাকো নিদ্ৰা কৰাইলে বিহীন ॥

আত কৰি কোন মোৰ আপদ নাহিকে ঘোৰ
তাতে মঞি কহিলো তোমাত।
যিহেতু সুহৃদ তুমি কেমন স্বভাব আমি
পূৰ্ব্ব হন্তে জানিছা সাক্ষাত ॥৮৫৯

সুখ লেশো নকৰয় ইন্দ্রিয়ৰ ক্ষোভকৰ
এহি হেতু মহন্তসকলে।
পৰিত্যাগ কৰে আক নেৰে কৃষ্ণ দেৱতাক
সৰ্ব্বদায় হৃদয়-কমলে ॥
এহি বুলি মৌনে ৰৈলা পিতামহে প্রণামিলা
ভাৱ দেখি দেৱ গোপালৰ।
বুলিলা চৰণে ধৰি জগত নিস্তাৰ কৰি
জানিছোহো ভাৱক দেৱৰ ॥৮৬০

এহি বাক্য বুলি তদা বনগ্রামে থাকি সদা
আনো কথা দেৱ গোপালৰ।
নেৰে কতি কহি থাকে গোপাল গোপাল ডাকে
লোতক ঝুৰয় নয়নৰ।

এহিমতে বহুতৰ সত্রে সত্রে মহন্তৰ
দেৱৰ গুণক কহি থাকি।
শুনি শুনি আনোজনে তৃপিতি নধৰে মনে
জয় জয় গোপালক ডাকি ।৮৬১

জয়হৰিক সাম্বনা

এহিমতে বংশীধৰে হিত চিন্তি ভকতৰে
কতো দিন আছন্ত আনন্দে।

এক দিনা জয়হৰি দেৱৰ চৰণে পৰি
জাম্নু পাৰি প্ৰেম কৰি কান্দে ॥
দেখি দেৱ গোপালৰ সৰসৰি নয়নৰ
লোতক পড়িল তান শিৰে ।
স্নেহে উঠা উঠা বুলি তুলিলন্ত হাত মেলি
সাৱটিয়া বুলিলন্ত ধীৰে ॥৮৬২
নকান্দ নকান্দ তঞি তোতেসে ৰহিবো মঞি
গুণি চাস আছে কোন মোৰ ।
মিশ্ৰ সমন্বিতে তঞি সদায় থাকিবি মঞি
আশা কৰিছোহো ধৰ্ম্মে তোৰ ॥
বশ্য কৰি চাস মোক পৰীক্ষা কৰিছো তোক
গঙ্গানাৰায়ণক পাঞ্চিয়া ।
যিটো হয় পটগুৰ সিসে মহা সত্ৰধৰ
এতেকেসে নযাঞো তোক দিয়া ॥৮৬৩
যদিসে বিশ্বাস কৰি থাকা মোৰ বাক্য ধৰি
পাছে সৱে হুইবেক তোহোৰ ।
কৃষ্ণত বিশ্বাস কৰি মহা শুদ্ধ ধৰ্ম্ম ধৰি
কিনো দুঃখ হুইবেক তোৰ ॥
জগন্নাথে বোলে দেৱ ঠাকুৰৰ নাহি কেৱ
স্ত্ৰীগোটে ধৰিছা সত্ৰক ।
ই পুত্ৰ ভ্ৰাতৃজ হয় কোনে আক নমানয়
তথাপিতো নোবোলা কিসক ॥৮৬৪

দেৱ কিছো কৰি ক্রোধ তাহাকো দিলন্ত বোধ
যেন মাতিবাক নপাৰয়।
হৰিৰ-বল্লভে কিছো বুজিবে খুজিলা তাকো
প্রত্যুত্তৰ দিলন্ত তেনয় ॥

ভকতৰ মহিমা

লক্ষ কৰি গৃহস্থৰে এক দিনা বংশীধৰে
বোলে আমি থাকো যৈত যৈত।
তাৰ যত যত লোক কতো বংশে নিস্তৰোক
কতোৰ নিস্তাৰ আছে কৈত ॥৮৬৫

ভকতে বোলন্ত দেৱ অৰ্থ নজানিলো কেৱ
তোমাৰ চৰণ-ধূলা পাই।
কিবা হেতু কতো তৰে কতো নৰকত পৰে
সংশয়ক ছেদিবে যুৱাই ॥
দেৱে বোলে শুনা তেৱে ভক্তক দেখিলো যেৱে
মানিবাক পাৰে আতিশয়।
কিনো আমাসাৰ ভাগ্য ভকতক পাইলো লাগ
আবাসৰে নামক গাৱয় ॥৮৬৬

হৰি-কথা থাকে শুনি হৰিয়ে কৃপায়ে আনি
আমৰাৰো ভাগ্য পৱালেক ॥
এহি বুলি আদৰয় দোষ-দৃষ্টি নকৰয়
তেৰে সিটো বংশ তৰিলেক।
কতো দুষ্ট পাপকায়া ভক্তৰ সমীপ পায়া
ভক্ত-দোষ আকলি থাকয়।

পূৰ্ব্বৰ নানান গুণ তাক কিছু নজানয়
দোষ লেশ তাকেসে কহয় ॥৮৬৭
যেন দিব্য পুৰুষৰ সৰ্ব্ব গাৱে অলঙ্কাৰ
কোনো ফোঁহা তাত পূঁজ থাকে।
দেহ অলঙ্কাৰ এৰি মাখিয়ে পূঁজত পৰি
পূঁজ পিয়ে স্বাদ মানে তাকে ॥
সেহি মতে ভকতৰ দোষ কহা অধমৰ
বংশ মানে যাই অধোগতি।
বংশৰ নাশৰ হেতু ভৈলা সিটো ধূমকেতু
বুলিলোহো মঞি তাক প্ৰতি ॥৮৬৮
যাৰাসবে সৰ্ব্বদায় ফুৰে হৰি-নাম গাই
তাহাৰ ভাগ্যৰ নাহি অন্ত।
তাকে দেখি নমস্কাৰ কৰে যিটো বাৰম্বাৰ
তাকো মোৰ বোলে ভগৱন্ত ॥
সমস্তে শাস্ত্ৰৰ সাৰ হৰি-ভক্ত হৰি-নাম
তাক নকৰিবা কোনো হেলা।
দুয়ো হিত জগতৰ পুণ্য দাতা পাপহৰ
দুয়ো ৰাখে সঙ্কটৰ বেলা ॥৮৬৯
লুইতৰ বুকত শুনা এক দিনা লোকে কৃপায়ে গোপালদেৱে
লোহিত মধ্যত নৌকা ৰাখি।
দুয়ো হাতে জল ধৰি বুলিলন্ত প্ৰেম কৰি
ব্ৰহ্মপুত্ৰ তুমি হুইবা সাক্ষী ॥

জন্ম সীমা কৰি মোৰ হৰি-নাম কীৰ্ত্তনত
যত পুণ্য মিলিয়া আছয়।
যদি মোত নিষ্ঠ কৰি তুষ্ট ভৈল মহা হৰি
তাতো যিবা মহা পুণ্য হয় ॥৮৭০
যাহাৰা এখণ আছে যাৰা সবে হুইব পাছে
হৰি ভকতিক আশা কৰি।
সত্য কৰি বোলো বাক দিলো পুণ্য তাসম্বাক
নিস্তৰোক পুৰুষ উদ্ধাৰি ॥
হৰি-ধ্বনি ভকতৰ বহু নৌকা হিন্দোলৰ
বলত লোহিত খলকিল।
গাৱ বলে নাৱ বায়ে তথাপিতো প্ৰেম ভাৱে
শ্ৰমে বহু আনন্দ মিলিল ॥৮৭১
শুনিয়োক সভাসদ গোপাল-চৰিত্ৰ-পদ
শুনা ভাৱ দেৱ গোপালৰ।
আপুনিয়ে সৰ্ব্বদায় হৰি-ভকতিক পাই
হিতক চিন্তিলা জগতৰ ॥
বান্ধৱ গোপাল হৰি প্ৰহ্লাদৰ ভাব ধৰি
লোকক তাৰিয়া গৈলা তৰি।
সেহি কৃষ্ণ গোপালৰ পথ ধৰা নিৰন্তৰ
ডাক ছাৰি বোলা হৰি হৰি ॥৮৭২

## পদ

দিফলু মুখত : সত্ৰৰ ভঁৰালৰ নিয়ম-শিক্ষা

আৰু এক দিনা দেৱে দিফলু মুখত।
মধু ভণ্ডাৰীক মাতি পুছে সমাঝত ॥
বস্ত্ৰ কিছো লোণ কিছো তোহোৰ হাতত।
আছেনেকি কিবা নাহি নজানো সাম্প্ৰত ॥৮৭৩

ভণ্ডাৰী বোলয় প্ৰভু আছে কিছোমানে।
দেৱে বোলে তাক থৈয়া আছ কাৰ থানে ॥
ভণ্ডাৰীয়ে বোলে কিয় থান পুছে দেৱে।
মনে মনে থৈয়া আছো নজানয় কেৱে ॥৮৭৪

কতখানি লাগে তাক মাত্ৰ কহিয়োক।
দেৱে বোলে ভাল মনে মনে থাকিয়োক ॥
অল্প অল্প কৰি সৱে ভকতে হাসয়।
দেৱেতো ইহাৰ ভাল-মন্দ নজানয় ॥৮৭৫

গোপ্য বস্তু গোপ্য থানে পুছে সমাঝত।
ভণ্ডাৰী নকহে কথা লোকৰ ভয়ত ॥
দেৱে বোলে ভক্ত-সেৱা কৰিবে ইছাই।
তাতেসে পুছিলো তোত কিবা আছে নাই ॥৮৭৬

শুনা মিশ্ৰ বাপু যত হৰিৰ সেৱাৰ।
বস্তুক কি লাগে আৰো ঘটিবে আমাৰ ॥
মিশ্ৰ নিগদতি প্ৰভু কৃষ্ণৰ সেৱাৰ।
যত লাগে মানে সৱে আছয় আমাৰ ॥৮৭৭

গোপাল বদতি সৱে তোমাৰ হাতত ।
পৰিছে কি নপৰিছে কহিয়ো সাম্প্ৰত ॥
মিশ্ৰদেৱে বোলে নতু পৰয় হাতত ।
দেৱে ভণ্ডাৰীক চাই বুলিলা ক্ৰোধত ॥৮৭৮
ভণ্ডাৰী বোলয় কেনে কোপ কৰা স্বামী ।
এহি পটি থাকে আনি আনি দেঞ আমি ॥
দেৱে বোলে ভণ্ডাৰী ভালেতো বোলে বাক ।
খোজানিকি মাথে বান্ধি থাকিবে বোঝাক ॥৮৭৯
এহি বুলি হাতে তুলি ৰঙ্গা টনা খানি ।
সবাকে শুনায়া ভণ্ডাৰীক বোলে বাণী ॥
এনে টনাখানি আদি যত বস্তু হয় ।
আপুনাৰ অৰ্থে তঞি নকৰিবি ব্যয় ॥৮৮০
যদি ব্যয় কৰ তঞি আপুন ইচ্ছাই ।
বংশে সমে নৰকত পৰিবি সমুদায় ॥
গোবিন্দৰ অৱশেষ বস্তু আছে যত ।
বাপুৰ বচন লৈয়া ভাঙ্গিবি পাছত ॥৮৮১
সৱে বৈষ্ণৱৰ বস্তু আমাৰ নোহয় ।
ইহান আজ্ঞায়ে দিবি যাক যেন হয় ॥
বস্তুক থৈবাৰ পিৰী ঘাৰকা হৈবেক ।
আনি আনি দিবে পুত্ৰ লুকায়া থৈবেক ॥৮৮২
চাউল তৈল খাৰ আনো বেহানি যতেক ।
বৈষ্ণৱসৱক সদা গঞ্জায়ে দিবেক ॥

এহিমতে আনো শিক্ষা দিলন্ত বিস্তৰ।
জয় জয় হৰি-ধ্বনি ভৈলা ভকতৰ ॥৮৮৩

সেহি বেলা আসি মহাজন পণ্ডৰাম।
বিস্তৰ বুলিলা স্তুতি কৰিয়া প্ৰণাম।
ইদেশত মহন্তসৱৰ সেৱা-থান।
দেৱৰ চৰণ বিনে নাহিকয় আন ॥৮৮৪

এহি মতে আনো বাক্য বুলিয়া কান্দিলা।
দেৱে তান্ক প্ৰীতিৰ কাৰণে শিখা দিলা ॥
ঘনে ঘনে আনো বহু মহন্ত আসিলা।
দানে মানে সমস্তৰে মন সন্তোষিলা ॥৮৮৫

কুকুৰাবাহীৰ সত্ৰ

শুনা আৱে যি কাৰণে কুকুৱাবাসীত।
যেত মতে বংশীধৰদেৱ ভৈলা থিত ॥
এক দিনা দুখ মনে বোলন্ত গোপাল।
একখানি থান মোৰ নভৈলেক ভাল ॥৮৮৬

কাঁহীকুচি কলাবাৰী ডেবেৰাপাৰত।
তিনিখানি থান আছিলেক ভালমত ॥
এখনে তিনিওখান নোহে থাকিবাৰ।
আনো যত থান যত নাম গৃহস্থৰ ॥৮৮৭

গঙ্গা ভণ্ডাৰীক পাছে বুলিলা বচন।
একখানি থান চায়ো যাত পশে মন ॥
নৌকা-পথ ৰাজ-পন্থ যাক নপাৱয়।
যেন হুয়ো ভিতি ৰাৰ লোহিতৰ হয় ॥৮৮৮

এহি বুলি গঙ্গা গৈয়া বিচাৰি চাপৰি।
ফুৰি ফুৰি পাইলা সুবধৰ নিকা থৰি।
গৰ্ত্তখানি মাটি জুখি ভালা দেখিলেক।
দেৱক কহিয়া কথা তহিকে নিলেক ॥৮৮৯
থানক দেখিয়া উঠি নৃত্য কৰিলেক।
এহি থানতেসে সত্ৰখানি ৰহিবেক ॥
খাগৰিক জোৰা দিয়া কহলি কৰিলা।
সপ্ত-খুটলীয়া কৰি গৃহক নিৰ্ম্মিলা ॥৮৯০
উত্তৰ-দক্ষিণা কৰি গৃহ বিদ্যমান।
পূৰ্ব্বে এক দ্বাৰ পছিমত দুইখান ॥
চাৰি পাৰ্শ্বে ভকতবে ভৈলে বাসাঘৰ।
অল্প থানো যাতো ভকত বহুতৰ ॥৮৯১
উত্তৰ দক্ষিণ জুৰি বৈলেক বিস্তৰ।
কতোবো নভৈল গৃহ সাজিবাক থৰ ॥
থান নাহি দেখি মাগি সোমাইলে বিস্তৰ।
থান নাহি পদে কাবো আসুখ মনৰ ॥৮৯২
কাখৰে কাখৰে কতো ছালি বঢাইলেক।
যেন তেন কৰি সবে তাতে ৰহিলেক ॥
দেৱ গোপালৰ চৰণৰ ধূলি-বলে।
পঞ্চশত বৈষ্ণৱ ৰহিল অবিকলে ॥৮৯৩
প্ৰসঙ্গৰ বেলা হৈলে সত্ৰো নোম্লোৱয়।
তিনিও দুৱাৰে দুৱাদলিত বসয় ॥

দেৱ বসে পূৰ্ব্ব মুখে পছিম তম্ভত।
প্ৰভুৰ ভাতিজ বসে দখিণ পাৰ্শ্বত ॥৮৯৪
দেৱক সমুখে পূৰ্ব্ব তম্ভে আৱজিয়া।
মিশ্ৰদেৱে থাকে ভাগৱতক কহিয়া ॥
শ্ৰৱণি দেউৰী আদি যত সাধুচয়।
দেৱক আৱৰি সৱে বসিয়া থাকয় ।৮৯৫
সমস্তৱে চক্ষু-দৃষ্টি দেৱ গোপালত।
দেখি দেখি কাৰো তৃপ্তি নথণ্ডে মনত ॥
কন্ধে সূক্ষ্ম নৱগুণ উত্তৰী প্ৰকাশ।
মাথে মাথা বন্ধা নিৰ্ম্মাল্য প্ৰকাশ ॥৮৯৬
বহল হৃদয়ে তিল নিৰ্ম্মল জলয়।
শৰীৰে দোপাটী পটে প্ৰকাশ কৰয় ॥
কটিতটে কপাসৰ ভুনি পিন্ধিছন্ত।
বস্ত্ৰ বিনে কিছু অলঙ্কাৰ নধৰন্ত ॥৮৯৭
সিও বস্ত্ৰ সামান্য ভৈলেসে তাক ধৰে।
যদিবা প্ৰাৰ্থয় নৰে স্বীকাৰ নকৰে ॥
খৰম-যুৰীয়া পাৱ দেখিতে শোভন।
শৰীৰৰ কান্তি শুদ্ধ গৌৰাঙ্গ বৰণ ॥৮৯৮
সুবৰ্ণ কাহিলি সম শৰীৰৰ কান্তি।
বিশিষ্ট সুন্দৰতৰ দেখি নথ-পান্তি ॥
হেনয় শোভন ৰূপ থাকন্ত মধ্যত।
হাতে মালা কৃষ্ণ নাম লৈৰন্ত মুখত ॥৮৯৯

হৃদয়ত হৰি-ৰূপ নেৰন্ত সদায় ।
কৰ্ণে ভাগৱত অৰ্থ শুনা অৱগাই ॥
পৰম নৈষ্ঠিক মহা শুদ্ধ ব্ৰহ্মচাৰী ।
মহাযোগী সৰ্ব্বকালে কৃষ্ণ-সেৱা কৰি ।৯০০
নিতান্তে প্ৰাতসে স্নানি মণিকূটে বসি ।
একচিত্তে সহস্ৰেক কৃষ্ণ নাম ঘুষি ॥
তেৰে বহু দণ্ডৱতে নমি নাম ঘৰে ।
বসি ভাগৱত শুনি মালা ধৰি কৰে ॥৯০১
অন্ন ভুঞ্জি পৰবেলা প্ৰসঙ্গ কৰয় ।
গধূলা প্ৰসঙ্গ কৰি অন্ন সুভুঞ্জয় ॥
নাহি নিদ্ৰা নিশা সদা জপে হৰিনাম ।
খণো হাসে খণো কান্দে বুলি কৃষ্ণ ৰাম ॥৯০২
এহিক্ৰমে সৰ্ব্বকালে নিয়ম যাহাৰ ।
জীৱন-মুকুত যাক দেখিলে নিস্তাৰ ।
সেহি প্ৰভু গোপালক আৱৰি ভকত ।
যাত কথা কয় তাক লেখা দিবো কত ॥৯০৩
শ্ৰৱণি মুকুন্দ হৰিবল্লভ মহন ।
যদুৰায় জগন্নাথ দ্বাৰকা লক্ষ্মণ ॥
বনমালী বিপ্ৰ জয়হৰি নিৰঞ্জন ।
গোকুল পৰ্শুৰাম বিষ্ণু সনাতন ।৯০৪
কেশৱচৰণ মধুসূদন ভণ্ডাৰী ।
মাধৱচৰণ ৰামচৰণ মুৰাৰি ॥

শ্রীপতি বামন কৃষ্ণচরণ শ্ররণি।
বৃহত দেরবী জয়হরি যদুমণি ॥১০৫
রাম শ্রীপর্শুরাম রমাই রঘুপতি।
মথুরা মাধর ভরানন্দ হরিগতি।
পদ্মপাণি নিত্যানন্দ দামোদর হরি।
লোমা বনমালী রামচরণ দেউরী।১০৬
শ্ররণি করুণা গঙ্গা শ্ররণি শ্রীহরি।
রামদাস পকা মধুসূদন জয়হরি।
আনো নানা নামে বহু ভকত আছয়।
এৈকেক নামতে এক উপাধি আছয়।
তাক উচ্চরিলে পাছে মাতিলে মাতয় ॥
সরাকে রঞ্জায়া দের গোপাল জলয়।
হেম দোল রঞ্জি যেন রত্ন কুম্ভচয় ॥১০৮
পরম ধর্ম্মিষ্ঠ আপুনার বংশ নিজ।
নামে জয়হরি সাধু দেরর ভ্রাতৃজ।
আরো যিটো ভাগরত মিশ্রদের হয়।
দেরচ করিয়া হুয়ো ন্যূনে প্রকাশয় ॥১০৯
তিনিকো আররি ভক্তে থাকে প্রসঙ্গত।
যেন ব্রহ্মা বিষ্ণু রুদ্র ত্রিদশ মধ্যত।
কৃপা দৃষ্টি করি যি দিশক চাস্ত দের।
সি দিশর ভক্তে মাথা দমাই করে সের ॥১১০
স্নেহত ভক্তর যেন দেরে জীর প্রাণ।
তেজস্বী নিমিত্তে সবে ভয়ে ত্রাসমান॥

হুয়ো ভিতি দূৰে ব্ৰহ্মপুত্ৰৰ প্ৰৱাহ।
নিৰ্ভয় থানক পাই ভক্তৰ উৎসাহ ॥৯১১
তিনিও প্ৰসঙ্গে নাম গায়ে উচ্চ কৰি।
কতো কতো বায়ে তাল কতোহো চাপৰি ॥
নাম-কীৰ্ত্তনৰ মহা আনন্দ ৰসত।
হস্ত তুলি নাচে বসি গোপালে কণ্ঠত ॥৯১২
তেখণে ভক্তৰ আতি আনন্দ চড়য়।
উৰ্দ্ধ হস্ত তুলি তাল চাপৰি ধৰয় ॥
তালচাপৰি নাম-কীৰ্ত্তনৰ বোল।
শুশুনিয়া মাত যেন মহীক হিন্দোল ॥৯১৩
নাম-অৱসানে ভাগৱত প্ৰসঙ্গত।
নাহি কিছু বায় যেন নিৰ্জ্জান বনত ॥
পাছত চতুৰ নিৰঞ্জন বিপ্ৰবৰে।
কণ্ঠৰ ধ্বনিত ভকতৰ মন হৰে ॥৯১৪
মিশ্ৰদেৱে নানা সঞ্চে সুৰ তুলি তুলি।
ব্যাখ্যা কৰি নিয়ে ভকতৰ মন ভুলি ॥
একে ভাগৱতামৃত ৰসৰ ভণ্ডাৰ।
সুৰস ব্যক্তায়ো মন হৰয় সৱাৰ ॥৯১৫
একৈক ভকত কৃষ্ণ কথাত চতুৰ।
এক চিতে পিয়ে কথা ৰসক প্ৰভুৰ ॥
দেৱ গোপালৰ পদ-ধূলাৰ বলত।
সৱে ব্ৰহ্মচাৰী শুদ্ধ মহা ভাগৱত ॥৯১৬

যেন শৌনকাদি সভা নৈমিষাৰণ্যত।
কুৰুৱাবাসীৰ সভা ভৈলা সেহিমত ॥
দিনে দুয়োবেলা পদ পঢে সনাতন।
নিশা পদ শুনাৱন্ত বিপ্ৰ নিৰঞ্জন ॥৯১৭
পদৰ কীৰ্ত্তন ওঝা ভৱানন্দে কৰে।
মাধৱচৰণ সমে পালিসৱে ধৰে ॥
এহি মতে হৰি কথা প্ৰসঙ্গ কৰিয়া।
থাকিল আনন্দে ভকতক সুখ দিয়া ॥৯১৮

বংশী-গোপাল দেৱৰ শৰীৰ অসুস্থ

একদিনা বৈশাখত বৃহস্পতি বাৰে।
আৰু দুই দণ্ড ভৈলে সূৰ্য্য অস্তমাৰে ॥
সেহি বেলা হিৰত বসিছন্ত দেৱ।
পেট-কামুৰীয়া কৰিবাক লৈলা সেৱ ॥৯১৯
তাকো কিছো আশীৰ্ব্বাদ কৰিছন্ত।
চক্ষু পকাই কঠে কাতি হুযা পৰিলন্ত ॥
ৰাম বুলি মিশ্ৰদেৱে ধৰিলন্ত তুলি।
লৰড়ি আসিল সৱে কিনো ভৈল বুলি ॥৯২০
জয়হৰি বাপু আসি ধৰিলেক পাছে।
উত্ৰাৱল হুয়া সৱে আৱৰিয়া আছে ॥
অন্তৰ অন্তৰ বুলি কতো হেম্পোচয়।
তথাপিতো পাছু গুচাইবাক নপাৰয় ॥৯২১
জগন্নাথে মোক হাতে সাৱটি ধৰিল।
তাতেসে চেপাত মোৰ পৰাণ ৰহিল ॥

অল্প কৰি কৃষ্ণ-নাম সৱে উচ্চৰয়।
বান্ধৱ গোপালে দেখে চক্ষু নেমেলয় ॥৯২২
মিশ্রদেৱে আৱজায়া ধৰিছে গাৱত।
ঘনে ঘনে বস্ত্রে লোহো মলচে নেত্রত ॥
ভক্তৰ চক্ষুৰ লোতকৰ ছেদ নাই।
এক দৃষ্টি আছে দেৱ গোপালক চাই ॥৯২৩
পাছে চক্ষু মেলি দেৱে সৱাকো চাহিলা।
কিয় আৱৰিছে মোক বুলিয়া পুছিলা ॥
মিশ্রদেৱে কহিলন্ত যথাবৃত হয়।
দেৱে বোলে আজি গাৱ ভাল নকৰয় ॥৯২৪
দেৱকো নিলেক নাম-গৃহৰ ভিতৰে।
ভকতসকলো গৈল স্বীয় স্বীয় ঘৰে ॥
সিটো দিনা কাহাৰো ভোজন নহৈলেক।
বাহিৰে-ভিতৰে নাম-ঘৰে থাকিলেক ॥৯২৫
বান্ধৱ গোপাল ঘোষা নিশা লগাইলেক।
ঘোষা এৰি সৱে পাছে কান্দিবে লৈলেক ॥
দেৱৰো শৰীৰ কিছো নকৰিল আৰ।
গুচিল সন্তাপ পাছে ভক্তৰ হিয়াৰ। ৯২৬
সেহি বৎসৰতে পাছে শ্রাৱণ মাসতে।
উত্তৰ কূলক ৰাজা ভাঙ্গিলা সাম্প্রতে ॥
প্রজাক থাপিলা আনি দক্ষিণ কুলত।
তিনি মাস অনন্তৰে আঘোণ মাসত ॥৯২৭

শেষ পক্ষে শুক্ৰবাৰে দেৱৰ শৰীৰ।
বায়ুঝাই ধৰি পৰি নভৈলেক থিৰ॥
আসনে বসিলা পাছে ভ্ৰাতৃজে ধৰিলা।
ভাগৱত মিশ্ৰে শুনি লৱৰি আসিলা॥৯২৮

শুনি ভক্তসৱে শীঘ্ৰে আসি আৱৰিলা।
কি ভৈল কি ভৈল বুলি উৰ্ম্মি উথলিলা॥
দুয়োজনে শৰীৰতে ধৰি আৱজাই।
আসিলা জিজ্ঞাসি বায়ু নাসে আছে নাই॥৯২৯

নাসাতো কণ্ঠতো দেখে বায়ু আসে যাৱে।
শোকত ভকতে লাসে লাসে নাম গাৱে॥
কতোক্ষণে চক্ষু মেলি দেখন্ত ভকতে।
অল্প কৰি নাম ধৰি কান্দয় বেকতে॥৯৩০

কৃষ্ণ কৃষ্ণ ৰাম কৃষ্ণ মুখে উচ্চৰিলা।
ভক্ত সমস্তৰো জয় ৰাম ধ্বনি হৈলা॥
কতোক্ষণে আছি পাছে সমস্তকে চাই।
শিক্ষা বোধ দিলা পূৰ্ব্ব কথা সুমৰাই॥৯৩১

দেৱৰ চৰণে কিছু চিত্ত থিৰ ভৈলা।
মিশ্ৰদেৱ আদি ভক্তে সাৱধানে ৰৈলা॥
অন্যো-অন্যে মনে গুণি বুলিলা বচন।
জানো চলি যান্ত দেৱ বৈকুণ্ঠ ভুবন॥৯৩২

কেহো বোলে শৰীৰত কিছু ব্যাধি নাই।
কেমনে জানিবা দেৱ বৈকুণ্ঠক যাই॥

কোনো বোলে মহা যোগী নজানি মহিমা।
যিহেতু ভকতক শিক্ষা দেন্ত বান্ধি সীমা ॥১৩৩
বৃদ্ধ লোকে আপুনিও কহিছা প্রত্যেক ।
বয়স ভৈলেক চৌধ অধিক শতেক ॥
তথাপিতো বৃদ্ধ হেন নেদেখি দেৱক।
কিবা বহুকাল পালি থাকন্ত সত্রক ॥১৩৪
কিন্তু যোগ-বলে বায়ু ভিলেক প্রবল।
সেহিসে কৰাৱে দেহ ক্ষণতে নিছল ॥
কেহো বোলে অৱশ্যেকে দেৱ গোপালৰ।
বায়ুঝাই মাত্র হুইব নিমিত্ত দেহৰ ॥১৩৫
কিন্তু বহুকাল কিবা অল্পতে চলয়॥
তাক কেহো কহিবাক নপাৰি নিশ্চয় ॥
জানো অন্নে তেজি যান্ত গোপাল বান্ধৱ।
এহি বুলি কাৰো মনে নাহিকে উৎসৱ ॥১৩৬
পাছে পশ্চিমৰ সাধুসন্নৰ বাৰ্ত্তাক।
জানিবাক পঠাই দিলা ভৃত্য ৰাৰকাক ॥
গোমোথাৰ পুত্র ৰামকৃষ্ণ আসিছিলা।
তাহান বাক্যত কৃষ্ণচৰণে বহিলা ॥১৩৭
প্রভু গোপাল-দেৱৰ অন্তিম বাণী

এক মাস ভৈল মাত্র দ্বাৰকা পাছত।
মাঘ মাসে শুভ কালে কৃষ্ণা তৃতীয়াত ॥
দেৱ গোপালৰ গাৱে বায়ু বৰ হৈল ।
প্রাতসন্তে সকলে ভকতে লাগ লৈল ॥১৩৮

যত্নমণি ভৃত্যে কহিলন্ত সমস্তত।
দেৱৰ শৰীৰে ভৈল বায়ু ৰৰমত ॥
তোৰাসবে আজি লাগ নেৰিবা সদায়।
নপৰা নাহিকে বুলিবাক গুযুরাই ॥৯৩৯

মিশ্রদেৱ আদি কৰি সৱে বৈষ্ণৱৰ।
বিযাকুল ভৈল মন দেখি আথান্তৰ ॥
হা হা প্রভু গোপালৰ দুখানি চৰণ।
বঞ্চিত কৰাৱে জানি দেৱ নাৰায়ণ ॥৯৪০
এহি বুলি কেহো আৰ লাগ নেৰিলন্ত।
পূর্ব্বৱতে নিয়মনে স্নান কৰাইলন্ত ॥
ধৌত বস্ত্র পিন্ধি দেৱে বসিলা আসনে।
কৃষ্ণ কৃষ্ণ নাম মাত্র স্মৰি ঘনে ঘনে। ৯৪১

মিশ্রদেৱে ভ্রাতৃজে ধৰিছা চাপি কোল।
ঝাই ধৰি পাছে নাহিকয় মাত-বোল ॥
উসমিস লাগি গৈল সকলে সত্রত।
নাহি লোতকৰ ছেদ সৱাৰো নেত্রত। ৯৪২
এক-দৃষ্টি চায়া আছে দেৱৰ মুখক।
অল্প কৰি মাত্র সৱে গাৱয় নামক ॥
শালগ্রাম আনি লৈয়া আছন্ত দেউৰী।
অগৰু চন্দন গায়ে দিলা ভাল কৰি ॥৯৪৩
জগন্নাথ-অৱশেষ দমনা কৰাল।
চাণ্ড? বস্ত্র পিন্ধাইলন্ত ভাল ভাল ॥

অন্তৰ্জ্জল কৰাইবাক সাস নকৰয় ।
সাৱধানে একদৃষ্টি নিৰেখি আছয় ॥৯৪৪
ভাৰতী সহস্ৰনাম কন্দলিয়ে গীতা ।
পঢে মাত্ৰ মুখে মনে লাগে মহা চিন্তা ॥
শৰীৰৰ কান্তি আতি দেখিতে শোভন ।
কিন্তু মুখে মাত্ৰ কিছো নাহিকে বচন ।৯৪৫
কতোক্ষণ আছি কৃষ্ণ-নাম উচ্চাৰিলা ।
ভকতসকল জয় ৰাম ধ্বনি দিলা ।
পুনু পুনু ৰাম-ধ্বনি কৰিলা ভকত ।
তাৰপৰা উঠি আহি বসিলা সত্ৰত ॥৯৪৬
চৌপাশে আৱৰি সৱে বসিলা ভকত ।
উত্ৰাৱল হুয়া কান্দে পৰম শোকত ॥
শোক-প্ৰেমে বৈষ্ণৱসকলে নাম গাই ।
প্ৰেমভাৱে দেৱে সমস্তকে আছে চাই ।৯৪৭
একস্থানে সমস্তকে নমস্কাৰ কৰি ।
অপৰাধ ক্ষমাপণ কৰাইলা সাদৰি ॥
মধু ভণ্ডাৰীক মাতি অনাইলন্ত ধন ।
মিশ্ৰদেৱ আদিক কৰিলা সন্তৰ্পণ ॥৯৪৮
কন্দলি ভাৰতী মিশ্ৰ আনো যত প্ৰাণী ।
সমস্তকে অৰ্চ্চিলন্ত বিষ্ণু-বুদ্ধি মানি ॥
মিশ্ৰদেৱে বোলে প্ৰভু কিয় দিয়ে ধন ।
কৰি আছো আশা তযু হৃদয় চৰণ ।৯৪৯

প্ৰভুৰেসে নানা থানে দিবাক লাগয় ।
দেৱৰ প্ৰসাদে মোৰ সকলে আছয় ॥
গোপাল বদন্তি তথু মোহ নাহিকয় ।
সকলে তোমাৰ বস্তু যতেক আছয় ॥৯৫০
যত যত বাক্য আমি বুলিছো পূৰ্ব্বত ।
শ্ৰৱণি দেৱৰী আদি শুনিছে সাম্প্ৰত ॥
কিছোমানে শঙ্কা তুমি মনে নকৰিবা ।
নাম ভাগৱত ভক্ত সমানে মানিবা ॥৯৫১
শঙ্কৰ-মাধৱ-দামোদৰ-প্ৰসাদত ।
তুমি হেন ব্যক্তা পাইলো মোহোৰ ভাগ্যত ॥
ভাগৱত পাঠ তুমি কাহাকো নিদিবা ।
মহাভাগ্য মানি মনে আপুনি পঢ়িবা ॥৯৫২
ইহ পৰলোকে লৈবা ভক্তক বান্ধৱ ।
সৰ্ব্ব সুখ হৈব তেৱে নেৰিবে মাধৱ ॥
পৰম দেৱতা কৃষ্ণ ভকতৰ বশ্য ।
সৰ্ব্বশাস্ত্ৰ-সাৰ ইটো কহিলো ৰহস্য ॥৯৫৩
জয়হৰি সমে দুয়ো হুইবা এক প্ৰীতি ।
নপাইবাহা দুঃখ সুখ মিলিবেক আতি ॥
যিটো জনে যিবা সেৱা ধৰিছে যে মন ।
তাক সুগুচাইবা মোৰ ধৰিবা বচন ॥ ৯৫৪
নিৰঞ্জন বাপু তুমি ভূঞা-সনাতন ।
পূৰ্ব্বৱন্তে পদ পঢ়িবাহা দুয়োজন ॥
হা হা ইটো বেলা নেদেখিলো থাৰকাক ।
পছিমা ভক্তৰ কিছো নপাইলো বাৰ্ত্তাক ॥৯৫৫

বহুকাল গুণি তাৰ নপাইলোহো দোষ ।
তাহাৰ সেৱাত মঞিঃ ভৈলোহো সন্তোষ ॥
কহিবা মোহোৰ আশীৰ্ব্বাদ ছাৰকাক ।
এহিমতে আনো শিক্ষা দিলন্ত সৱাক ॥৯৫৬

গুৰুজনাৰ মহাপ্ৰয়াণ

মহাপ্ৰেমে কৃষ্ণ-নাম কীৰ্ত্তন কৰিলা ।
সৱে ভকতক চাই বচন বুলিলা ॥
দেখোহো ভক্তৰ অগ্নি বস্ত্ৰৰ উপৰে ।
খেড সম কিসক ধৰিছা নিৰন্তৰে ॥৯৫৭
শুনিয়া ভক্তৰ মনে বিষাদ মিলিলা ।
দেৱ-বিয়োগে শোক-অগ্নিসে দেখিলা ॥
কন্দলি বুলিলা প্ৰভু সেহি সময়ত ।
ৰাম-নাম মাত্ৰ দেখি সুগম মনত ॥৯৫৮
দেৱে বোলে মোহোৰ অত্যন্ত অবিশ্ৰামে ।
পূৰ্ব্ব ধৰি অভ্যাস আছন্ত কৃষ্ণ-নামে ॥
এহি বুলি সদা কৃষ্ণ-নামক নেৰয় ।
ভক্তসৱে দেখে ভোজনক নকৰয় ॥৯৫৯

* * *

পাল কৰি কৰি সৱে কৰিলা ভোজন ॥
দেৱে পুনু কৃষ্ণ-নিবেদিত সুমিহাৰ ।
কিছো মাত্ৰ ভক্ত-বাক্যে কৰিলা আহাৰ ॥৯৬০
নাম-কীৰ্ত্তনৰ একো তিল ছেদ নাই ।
তাৰ ৰস কৰ্ণে পান কৰন্ত সদায় ॥

কৃষ্ণ-নাম-আবৃত্তক নেৰয় কণ্ঠত ।
মন নিবেশিয়া কৃষ্ণ-পাদ-পঙ্কজত ॥৯৬১

হৰি-নাম বিনা আৰ আন নমাতিলা ।
গধূলা গোবিন্দ আগে প্ৰণাম কৰিলা ॥
অপৰাধ মাগিলন্ত নানা স্তুতি ৰড়ি ।
নমস্কাৰ কৰিলন্ত দণ্ডৱতে পৰি ॥৯৬২

পুনু নাম-গৃহতে ৰহিলা নিশা-ভাগ ।
নাম গায়া বৈষ্ণৱে নেৰিলা সদা লাগ ।
নাহি ভম নানা থানে থানে বহু বাতি ।
শোকে নাম-কীৰ্ত্তনে নজানি দিন-ৰাতি ॥৯৬৩

ক্ষণ-প্ৰায় গৈল নিশা প্ৰভাত ৰজনী ।
তিথি কৃষ্ণা চতুৰ্থী বাৰতো ভৈল শনি ॥
পাল কৰি সমস্তে কৰিলা শীঘ্ৰে স্নান ।
অন্যে অন্যে স্বপ্নক কহিলা বিদ্যমান ॥৯৬৪

আমি দেখো বিমান আসয় শাৰী শাৰী ।
দেৱ গোপালক সৱে ৰহিল আৱৰি ॥
কেহো বোলে নাৰদ আসিল বীণা বাই ।
গোপালদেৱক আকাশক লৈয়া যাই ॥৯৬৫

কেহো বোলে শঙ্কৰ মাধৱ দামোদৰ ।
তিনিখো বিমান কাছে আছে গোপালৰ ।
এহিমতে বহুজনে নানা স্বপ্ন কহে ।
শুনি সমস্তৰে নয়নৰ নীৰ বহে ॥৯৬৬

প্ৰভাতে উঠিয়া মিশ্ৰদেৱে বুলিলন্ত।
আজি সে গোপালদেৱে বৈকুণ্ঠ যাইবন্ত ॥
যতেক দেখিলো আমি নকহুওঁ তাক।
শীঘ্ৰ কৰিবাক লাগে স্নান কৰাইবাক ॥ ৯৬৭

এহি বুলি শীঘ্ৰে স্নান কৰাইবে ধৰিলা।
দেখি দেৱে বোলে শৌচ কৰিবে নেদিলা ॥
শুনিয়া ভকতে তথা শৌচ কৰাইলেক।
সমস্তে ভকতে বেৰি নামক গাইলেক ॥৯৬৮

সমস্ত ভকতে বেৰি গায়ে হৰিনাম।
আপুনিও কৃষ্ণ-নাম নেৰে অবিশ্ৰাম ॥
ভাৰতীয়ে অন্তৰ্জ্জল কৰাইলেক।
পুণ্য বৃক্ষ তুলসী কাখৰে ৰোৱাইলেক ॥৯৬৯

সেহি বেলা দেৱে পাৰিষদক দেখিলা।
কৈৰপৰা আসা বাপু বুলিয়া পুছিলা ॥
ভক্তে বোলে দেৱে কৰযোৰে পুছে কাক।
জানিলো আসিল পাৰিষদে সে নিবাক ॥৯৭০

এহিমতে প্ৰহৰেক বেলা যেৱে গৈল।
দেৱৰো বৈকুণ্ঠ যাইবে প্ৰতি ক্ষণ ভৈল ॥
অগৰু চন্দনে মহাপ্ৰসাদ কৰিল।
জগন্নাথ শেষ বস্ত্ৰ আদি ভাল ভাল ॥৯৭১

যথাযোগ্য দিলে সবে দেৱৰ শৰীৰে।
গীতা শালগ্ৰাম মূৰ্ত্তি ধৰিলন্ত শিৰে ॥

মিশ্রদেৱে জানু পাৰি ধৰিলা গাৱত ।
জয়হৰি বাপু ধৰি আছয় পাৱত ॥১৭২
ভাৰতী সহস্র নাম গীতাক কন্দলি ।
স্বৰ তুলি তুলি আতি পঢ়ে কণ্ঠ মেলি ॥
বৈষ্ণৱসকলে নাম গাৱয় আৱৰি ।
দেৱে আছে কৃষ্ণ কৃষ্ণ নামক উচৰি ॥১৭৩
সেহি বেলা গগণ-মণ্ডল ঢাকিলেক ।
আঁৰ ভৈল সূৰ্য্যালোক বিস্ময় ভৈলেক ॥
বিমানৰ ৰশ্মি কিবা সূৰ্য্যৰ কিৰণ ।
একো থিৰ কৰিবাক নপাৰিলা জন ॥১৭৪
দেৱ দামোদৰ-পদ-ৰেণুক পূৰ্ব্বত ।
থৈয়া আছে তাক আনি দিলেক মুখত ॥
কৃষ্ণ বুলি দেৱে গগনক চাহিলন্ত ।
ভৈল থিৰ নয়ন বাক্যক এৰিলন্ত ॥১৭৫
দেখিলা বৈষ্ণৱসৱে দেৱ গৈল চলি ।
উচ্চ কৰি হৰি-ধ্বনি দিলা কণ্ঠ মেলি ॥
যাৱত শকতি আছে দেহত সৱাৰে ।
তাৱত কৰিল হৰি-ধ্বনি বাৰম্বাৰে ॥১৭৬
পৃথিৱীত হৰি-ধ্বনি স্বৰ্গতো আন্দোল ।
শুনিয় ঠাৱতে কাহাৰো মাত-বোল ॥
সেহি ভাৱ স্মৰি সৱে সামাজিক জন ।
উচ্চ কৰি বোলা হৰি হৰি ঘনে ঘন ॥ ১৭৭

যেখণে গোপালদেৱ বৈকুণ্ঠ গৈলেক।
প্ৰথমতে যিটো হৰি-ধ্বনি কৰিলেক ॥
সেহি ধ্বনি সকলে দিশতে নিকলিল।
সমস্তে লোকৰে শুনি বিস্ময় মিলিল ॥১৭৮

এতমান হৰি-ধ্বনি কুৰুৱাবাসীত।
কাৰ আজি কিবা ভৈল নজানো তহিত ॥
আনবেলা এতমান হৰি-ধ্বনি নাই।
আকাশত কৰে শুনি আনন্দ বঢ়াই ॥১৭৯

জানো আজি প্ৰাণ-বংশীধৰদেৱ যাই।
এতেকেসে মহা উৰ্ম্মি আকাশ কম্পাই ॥
এহি বুলি যিবা যিটো কৰ্ম্মত আছিল।
এহি অনুৰাগি মনে লৰৰ মাৰিল ॥১৮০

বৈষ্ণৱসকল শোকে বিয়াকুল ভৈলা।
বিধিৱতে দেৱক দোলাত তুলি লৈলা ॥
কতো কতো দহাৰ সম্ভাৰ লৈয়া যাই।
কতো দোলা বহে বহুতৰে নাম গাই ॥১৮১

উত্তৰ দিশত ব্ৰহ্মপুত্ৰৰ তীৰক।
লৰিল উভতি প্ৰজা নেদেখি পথক ॥
শুনা সভাসদ দেৱ গোপাল-চৰিত্ৰ।
ৰসিক সন্তৰ ইটো প্ৰিয় মহামিত্ৰ ॥১৮২

পৰম মুকুত দেৱ নাৰদ সাক্ষাত
ধ্ৰুবৰ চৰিত্ৰ গাৱে সন্তৰ সভাত ॥

আনো যিবা গাৱে শুনে সন্তৰ চৰিত্র।
পাপৰাশি নাশে হয় পৰম পৱিত্র ॥৯৮৩
মহাপুণ্য অভ্যুদয় মিলয় তাহাৰ।
সপ্রেম ভকতি পাৱে কৃষ্ণ তুষ্ট তাৰ ॥
এতেকে শুনিয়ো কৃষ্ণ গোপালক স্মৰি।
ভণে ৰমানন্দে ডাকি বোলা হৰি হৰি ॥৯৮৪

## ঘোষা

হৰি এ হে জয় হৰি বংশীধৰ ॥

### মুক্তাৱলী

শুকদেৱৰ তনু-দাহ

নৰৰূপে ধৰ্ম্মৰ তনয়।
বৈকুণ্ঠক গৈলন্ত নিশ্চয় ॥
তাহান দেহক তুলি লৈয়া।
চলিল ভকত আৱৰিয়া ॥৯৮৫

দীৰ্ঘে-প্ৰস্থে পথ বহুতৰে।
জুৰি যাই প্ৰজা নিৰন্তৰে ॥
বহু তাল চাপৰি বজাই।
হৰি-নাম মধ্যে মধ্যে গাই ॥৯৮৬

কতো কতো উৰ্দ্ধ কৰি।
ঘনে ঘনে বোলাৱন্ত হৰি ॥
কিবা ভক্ত কিবা গ্ৰামীগণ।
সমস্তৰে উত্ৰাৱল মন ॥১৮৭
শোকে কাৰো চিত্ত নোহে থিৰ।
সদায় চক্ষুৰ বহে নীৰ ॥
ঝুমা-ঝুমে সৱে নৰ-নাৰী।
কান্দি কান্দি ফুৰে গেৰি পাৰি ॥১৮৮
হে প্ৰাণ বান্ধৱ গোপাল।
সেৱা কৰি আছো এতকাল ॥
এৱে তুমি আমাক এৰিয়া।
কৈক যাৱা বাক্য শুনিয়া ॥১৮৯
সকলে সন্তাপ পাসৰিয়া।
কাহাক নমিবো শিৰ দিয়া ॥
কোনে বুলি অমৃত বচন।
জুৰাইবে সৱে প্ৰাণ-মন ॥১৯০
যাৰ পদ-পঙ্কজ দেখিলে।
সৱে তাপ গুচি সুখ মিলে ॥
যাৰ মুখ-পদ্ম-নিৰীক্ষণে।
আসে যাৱে জগতৰ জনে ॥১৯১
যাৰ পাদোদক শিৰে ধৰি।
বহু লোক গৈলেক নিস্তৰি ॥
কতো কতো মহন্ত হৈলেক।
কুল সমে লোক তাৰিলেক ॥১৯২

সেহি প্ৰভু গোপালদেৱৰ।
ধূলি বিনে কি কৰে জীৱৰ ॥
এহি মতে আনো বাক্যচয়।
বুলি হাতে হিয়া ঢাকুৱয় ॥৯৯৩
গোপাল গোপাল গেৰি পাৰি।
কতো শোকে পাৱয় লোটাৰি ॥
কতো কান্দি কৰে আৰ্ত্তৰাৱ।
বান্ধৱ গোপাল কৈক যাৱ ॥৯৯৪
শোকে মত্ত ভৈল সৱে প্ৰাণী।
মাথে ভুকু মাৰে টানি টানি।
শোক-অগ্নি লাগিয়া হিয়াত।
কতো কতো পৰে ঢাট ঢাট ॥৯৯৫
দেৱ গোপালৰ শোক-আগি।
সকলে লোকত গৈল লাগি ॥
কাৰো গাৱে শ্ৰুতি-বুধি নাই।
বিয়াকুল হুয়া প্ৰজা যাই ॥৯৯৬
যেন ঘোৰ অৰণ্য-বনত।
অগনি লাগিল বতাসত ॥
উৰ্ম্মি আন্দোলৰ পয়োভৰে।
ধূম-সম ভৈল নিৰন্তৰে ॥৯৯৭
এহিমতে শোক-কাষ্টে যাই।
লোহিতৰ নিজ শান্তি পাই ॥

বহুত বলুকা জুৰি হৈল ।
দেৱৰ শৰীৰ নমাই থৈল ॥৯৯৮
ধন কিছো দিয়া বিদ্যমান ।
লোহিতত মাগি লৈল থান ॥
কতো চিতা সাজিলা বিধানে ।
পাছে উৎসগিলা বিধি মনে ॥৯৯৯
দেৱৰ শৰীৰ নৱাইলেক ।
আসনতে বৈসায়া থৈলেক ॥
ললিতা বলিত হাত-পাৱ ।
মৃতকৰ নেদেখি স্বভাৱ ॥১০০০
শৰীৰৰ কান্তিও জলয় ।
যেন বাক্য বুলিবে খোজয় ॥
জাপ্য মালা ধৰিছা হাতত ।
নিৰেখি আছয় যেন মত ॥১০০১
সেহি বেলা নৌকা বহুতৰ ।
চপাই গৈয়া পশিলা ওচৰ ॥
কাণ্ডৰ কৰিলা বহুবাৰ ।
আমিও কৰোহো নমস্কাৰ ॥১০০২
এহি বুলি কান্দয় বিস্তৰ ।
দেখি দায়া ভৈল ভকতৰ ॥
বহল কৰিয়া পথ দিলা ।
পাছে সবে দেৱক দেখিলা ॥১০০৩

পৰি পৰি কান্দিয়া নমিলা।
প্ৰেমে বহু প্ৰাৰ্থনা কৰিলা॥
তাৰ সঙ্গী অসমে দেখিয়া।
বুলিলেক বিস্ময়ে আসিয়া॥১০০৪
কিয় ভাল কৰি নচাৱস।
নজানিসে ক্ৰন্দন কৰস॥
কদাচিতো দেৱ নমৰয়।
তোৰ দেৱ জীয়াযে আছয॥১০০৫
তোমৰাৰ মনক বুঝয়।
মৃতবেসে বাক্য নমাতয়॥
যত লাগে দেখিছো বিস্তৰ।
এনে থান নহে মৃতকৰ॥১০০৬
এহি বুলি প্ৰণামিয়া গৈলা।
দেৱৰ মহিমা নজানিলা॥
পাছে তুলি দেৱৰ শৰীৰ।
চিতাত থৈলন্ত কৰি থিৰ॥১০০৭
কন্দলি ভাৰতী বিধি চাই।
জয়হৰি অগ্নিক ফুৰাই॥
চিতাৰ মধ্যত যদি দিল।
কৌতূহলে অগ্নিয়ে ধৰিল॥১০০৮
বহুত অগৰু কাষ্ঠ দিল।
বহু ঘৃত কলসে ঢালিল॥

প্ৰদক্ষিণে ফুৰিয়া পূৰ্ব্বত ।
নাম গাৱে বহুত ভকত ॥১০০৯
কামদেৱে নাম লগাৱয় ।
আনোজনে শুনিয়া ধৰয় ॥
যেখণে দেৱৰ দেহ পাই ।
হৰহৰি অগ্নি জ্বলি যাই ॥১০১০ ।
তেখণে ভকতে নাম এৰি ।
কান্দিবে লাগিল পৰি পৰি ॥
যেন গাৱে অগনি লাগিল ।
ক্ৰন্দনৰ উৰ্ম্মি উথলিল ॥১০১১
কতো শোকে মাথা আফালয় ।
কতো হাতে হিয়া ঢাকুৰয় ॥
কতো পৰি বালিত বাগৰি ।
গোপাল গোপাল গেৰি পাৰি ॥১০১২
চিতা-অগ্নি দেহ চাই চাই ।
কান্দে শোকে পৰি ঠাই ঠাই ॥
অগনিৰ আনন্দ বিস্তৰ ।
মুহূৰ্ত্তে দহিলা কলেৱৰ ॥১০১৩
খৰি কিছো নিমিত্ত ভৈলেক ।
দেহ গৈল খৰি থাকিলেক ॥
জয়হৰি পিণ্ডক দিলেক ।
অৱশিষ্ট অস্তিক থৈলেক ॥১০১৪

আঙ্গাৰিক লোহিতে খেপিল।
ভস্মখান পাছে খানি নিল॥
লোহিতৰ ভৈল ভাগ্যোদয়।
তাক দেখি সন্নাৰে বিস্ময়।১০১৫

চাৰলিকে কুণ্ড কৰি আতি।
নিলা খানি সেহি দিনা ৰাতি॥
শুনা সভাসদগণ যত।
দেখা দেৱ গোপাল মহন্ত॥২০১৬

যাহাৰ দেহৰ পায়া সঙ্গ।
অগ্নি-লোহিতৰ মহা ৰঙ্গ॥
দেৱ গোপালৰ পাৱ স্মৰি।
নিৰন্তৰে বোলা হৰি হৰি॥১০১৭

## লেচাৰি

ভক্তসৱৰ বিলাপ দেৱৰ শৰীৰ দাহ কৰি লবিলা ভকত পাৰি ধৰি
পৰম শোকৰ তাপত দেখে আন্ধাৰ।
থিৰ হুয়া ভৰি নপাৰয় যেন কোনোজনে আঁজোৰয়
গমন কৰিতে দেখয় তেন প্ৰকাৰ॥
কতো ডাকি কতো হুমহুমি সবেও কান্দয় ঝুমাঝুমি
কতো শাস্ত্ৰ বলে ধৈৰ্য্যাক ধৰিবে চাই।

তথাপি নোহয় থিৰ মন দেৱ গোপালৰ গুণগণ
স্মৰিয়া প্ৰেমত হোৱয় মৃতক প্ৰায় ॥১০১৮

গোপালদেৱৰ পদ-মূল স্মৰি স্মৰি হয়া বিয়াকুল
বিলাপ কৰিল যাৰ যেন নৈল মতি।

আমাক অনাথ কৰি থৈল বান্ধৱ গোপাল তেজি গৈল
কোনেনো চিন্তিবে আমাৰ হিত সম্প্ৰতি ॥

সমস্তে বান্ধৱ পৰি হৰি দেৱৰ চৰণে আশা কৰি
তাহান সঙ্গত বঞ্চি আছো এতকাল।

আৰে আমি সবে দুখীয়াৰ দেৱ বিনে ভৈল অন্ধকাৰ
হা হা মন্দ ভাগী লোকৰো ঘুহিবে ভাল ॥১০১৯

কাৰ পাঁৱে পৰি দণ্ডৱতে প্ৰণাম কৰিবো নিতে নিতে
কোনে স্নেহ কৰি বহু আশীৰ্ব্বাদ দিব।

কাহাৰ আদেশ শিৰে ধৰি কাৰ পদ-জল পান কৰি
কাৰ অৱশেষ প্ৰাৰ্থনা কৰি ভুঞ্জিবো ॥

কোনেনো সত্ৰৰ মধ্যে বসি প্ৰকাশ কৰিবে যেন শশী
কাহাক আগুৰি থাকিবো আনন্দ কৰি।

বান্ধৱ গোপাল বিনে আৰ সূৰ্য্য বিনে যেন অন্ধকাৰ
ঘুহিবে প্ৰকাশ সত্ৰ আৱে আজি ধৰি ॥১০২০

প্ৰেমে চিত্তে আসি বাৰম্বাৰ কাহাৰ কৰিবো পৰিচাৰ
কোনে প্ৰশংসিয়া বুলিবেক ভাল ভাল।

আপনাৰ মন-প্ৰাণ টানি নিবে কৰি মহা মৃদু বাণী
হা হা কৈক গৈলা বান্ধৱ মোৰ গোপাল ॥

চাপৰি বজাই তাল বাই যেখণে আমৰা নাম গাই
তেখণে নামৰ কীৰ্ত্তন-ৰসত ভুলি।
লোতক জুৰয় সৰসৰি নামত অত্যন্ত প্ৰেম কৰি
ভাল ভাল বুলি প্ৰশংসয় হাত তুলি ॥১০২১
তাহানে বদন-চন্দ্ৰ চাই আমাৰ আনন্দ চড়ি যাই
নাম-কীৰ্ত্তনৰ মহানন্দে মত্ত হুই।
নেদেখি দেৱৰ চান্দ মুখ মুচুইবেক পুনু সিটো সুখ
কিমতে নুমাইবে আমাৰ হিয়াৰ জুই ॥
হে বংশীধৰদেৱ স্বামী তোমাক নেদেখি দেৱ আমি
জীৱন ধৰিয়া থাকিবো পুনু সত্ৰত।
তুমি বিনে শোভা আমসাৰ যেন পতিব্ৰতা বিধৱাৰ
সদৃশ জীৱন কি কাম আছে সাম্প্ৰত ॥১০২২
এহিমতে আনো বাক্য বুলি যাহান্তে পথত কান্দি কান্দি
কতো কতো ভক্ত চলিবাক নপাৰয়।
তাসম্বাক কতো দুখো জনে ধৰি ধৰি আনো গ্ৰীৱ-গলে
মাথা হিয়া যেন ঢাকুৰিবে নপাৰয় ॥
পাছে সেহিমতে চলি যাই যেন তেন কৰি সত্ৰ পাই
দেৱৰ থানক দেখি পুনু শোক কৰি।
অন্তৰ্জ্জল গৰ্ত্ত সমীপত ঢাট ঢাট পৰি সন্তাপত
কৈ গৈল গোপাল গোপাল পাৰয় গেড়ি ॥১০২৩
কতোহো দেৱৰ আসনত নিঢালে পৰিল দণ্ডৱত
মাথা আফালিয়া কান্দে আৰ্ত্তৰাৱ কৰি।

তাসম্বাক কতো কতো জনে ধৰি ধৰি ৰাখি থিৰ মনে
বহিবাক প্ৰতি বুঝাইলেক শাস্ত্ৰ স্মৰি ॥
মিশ্ৰদেৱ জয়ন্তবিদেৱ প্ৰভুৰ আসনে কৰি সেৱ
কান্দিলা অনেক দেৱৰ গুণ বৰ্ণাই ।
তাকো শুনি আতি মহাশোকে বিস্তৰ কান্দিলা বহু লোকে
তাহাক আমৰা কহিয়া পাৰ নপাঞি ॥১০২৪
পাছে সৱে জ্ঞানে ধৈৰ্য্য ধৰি পাঞ্চিলা ভক্তৰ শীঘ্ৰ কৰি
দেৱৰ কাৰ্য্যক যেমনে উত্তম হয় ।
দেশে দেশে লোকে শুনিলেক অনুৰাগীসৱে কান্দিলেক
সাধুসৱে শোকে দেখিলেক তমোময় ॥
যেন সূৰ্য্য-অস্তঙ্গত গৈল অন্ধকাৰ ব্যাপি লোক ৰৈল
ভয়-পিত আদি সকলে আসি মিলয় ।
তেমনে গোপাল-সূৰ্য্য গৈল ভক্তৰ আনন্দ দূৰ ভৈল
শোক-খেদ আদি ভয়াদিৰ সম হয় ॥১০২৫
দেশে দেশে যত সাধু সন্ত সামান্য বিশেষ অপৰ্য্যন্ত
যত যত গ্ৰামী যত অধিকাৰী তাৰ ।
সমস্তে বোলয় খেদ কৰি আৱে আসি কাৰ ধূলা ধৰি
পৰম দুৰ্ঘোৰ সংসাৰৰ হুইবো পাৰ ॥
যাৰ পদ-জল শিৰে ধৰি আছো হৰি ভক্তি আশা কৰি
যাৰ স্মৰণেৰ ভূঞ্জো বাৰম্বাৰ পাই ।
যাৰ আজ্ঞা ধৰি দৃঢ় মনে সৱে শোকে কায়-বাক্য-মনে
অজ্ঞান তেজিয়া কম্পিয়া থাকে সদায় ॥১০২৬

প্ৰচণ্ড প্ৰতাপী নৃপতিৰ নাতি পুত্ৰ পত্নী পাত্ৰগণ
যাহাৰ তেজত বহুতে হৰি ভজিল।
আৱে সেহি প্ৰভু বংশীধৰ বৈকুণ্ঠে গৈলন্ত ভকতৰ
অত্যন্ত বিশ্বাস সেৱাৰ থলী গুচিল॥

তেনয় তেজস্বী মহাজন কোন আছে তাস্ত দিয়া মন
কম্পমান হয়া থাকিব লোক সদায়।
হৰ গৌৰী সম্বাদত পাই যিটো কথা কহে ঠাই ঠাই
ইও কথাগুটি বুজিবে আত যুৱাই॥১০২৭

কহিছা শঙ্কৰে পাৰ্ব্বতীত কলি যুগে গৈয়া পৃথিবীত
মুচুকুন্দ ৰাজা জনম লভিব যাই।
নামত গোপাল বিপ্ৰবৰ লভিয়া প্ৰসাদ ঈশ্বৰৰ
লোকক তাৰিবা হৰি-ভক্তি প্ৰৱৰ্ত্তাই॥

ঈশ্বৰদত্ত সম্পত্তিত যাৰ অণুমাত্ৰো নাহি চিত্ত
কৃষ্ণৰ চৰণে ভকতি লভি সদায়।
যাহাৰ আগত নিতে নিতে মহাজনসৱে প্ৰেম চিত্তে
দণ্ডৱতে পৰি প্ৰাৰ্থনা কৰয় যাই॥১০২৮

এহি চৰণৰ ধূলা ধৰি তবু আশীৰ্ব্বাদ আশ কৰি
আমো আমিসৱে নেডিবা তুমি আমাক।
তোমাৰ প্ৰসাদে ইদেশত হৰি-ভক্তি-পথ তালমত
লভিয়া আনন্দে ধৰিছো হৰি-সেৱকে।

এহিমতে আনো বহুতৰ গুণ কহি দেৱগোপালৰ
নিৰন্তৰে লোকে উপবাসে ৰহিলেক।

পড়িলা পেলায়া ধৌত হয়া যাৰ যিবা আছে বস্ত্ৰ লৈয়া
আসিবাক প্ৰতি উত্তম সৱে ভৈলেক ॥১০২৯

শুনা সভাসদ নিৰন্তৰ পৰম নৈষ্ঠিক মহন্তৰ
দেৱগোপালৰ চৰিত্ৰ সুন্দৰ বৰ।
পৰম পাৱন হিতকৰ অভীষ্ট-দায়ক মনোহৰ
সাক্ষাতে কৃষ্ণৰ চৰিত্ৰৰ সমসৰ ॥
আপুনি ঈশ্বৰ দুৰ্ব্বাসাত কহিয়া আছন্ত নৱমত
মোহোৰ ভক্তৰো অন্নমানো ভেদ নাই।
একাদশ স্কন্ধে উদ্ধৱত বৈষ্ণৱ-অমৃতে অৰ্জ্জুনত
এহিমতে কহি আছা আনো ঠাই ঠাই ॥১০৩০

ই মাত্ৰ কথাক বুলি যাক তাৰোপৰি আন্তে বুজিবাক
মহন্তসকলে ইহাৰ তত্ত্বক জানে।
এতেকে আদৰি শুনিবাক লাগয় ইহাক আমি যাক
লিখি আছো মহাযত্ন কৰি সাৱধানে ॥
ইহাত নাহিকে বঢ়া আন যতেক ভৈলেক বিদ্যমান
তাহাৰে বহুত এড়িয়া অল্প লিখিলো।
নমানিবা আত আত্ম-তাপ দেৱগোপালৰ পায়া তাপ
লভিয়া ভক্তৰ বজ মনে কথা কহিলো ॥১০৩১

শঙ্কৰ মাধৱ দামোদৰ গোপাল পৰমানন্দ ৰায়
কৰীবা চৈতন্য কবিৰত্ন যশোৰাম।
ভাগৱতমিশ্ৰ জয়হৰি নিৰঞ্জন নাম বনমালী
সবাকে স্মৰিয়া ডাকি বোলা ৰাম ৰাম।

সত্ৰৰ কথা

শুনা আবে সত্ৰৰ প্ৰস্তুত কথা যত।
বৈষ্ণৱসকলে কৰিলেক যত যত ॥১০৩২
বিলাপৰ পাছে কিছো চিত থিৰ কৰি।
দেৱৰ আসনে ভিণ্টি বান্ধিলা সাদৰি ॥
তাহাৰ উপৰে কট বস্ত্ৰ পাৰি থৈলা।
অন্তৰ্জ্জল গৰ্ত্ত থানে ভিণ্ডিক নিৰ্ম্মিলা ॥১০৩৩
তাহাৰ উপৰে চোট গৃহ নিৰ্ম্মিবাক।
মিশ্ৰদেৱে আজ্ঞা দিলা আমাৰ পিতাক ॥
তেহে গৃহ ভাল খানি কৰিলা নিৰ্ম্মাণ।
তাৰ পছিমত আছে মুনেকৰা স্থান ॥১০৩৪
তাতে ভিণ্ডা বান্ধি পীৰা লাখুটি ছত্ৰক।
পত্ৰেকে সহিতে থৈয়া ৰচিলা গৃহক ॥
তিনি দিন উপবাসে ভকত আছিল।
বহু ধনে দানে-মানে চতুৰ্থী কৰিল ॥১০৩৫
ষষ্ঠ দিনা নিশা আহি আমাৰ পিতাক।
স্বপ্নত বিশিষ্ট বিপ্ৰে বুলিলন্ত বাক ॥
কেনে অন্তৰ্জ্জলে গৰ্ত্ত থানক এৰিলা।
কাথৰত ভিণ্ডি বান্ধি গৰ্ত্ত থচকিলা ॥১০৩৬
এহি বুলি কুণ্ডলী আকাৰে অঙ্ক দিলা।
এহিসে গৰ্ত্তৰ থান বুলিয়া কহিলা ॥
পুত্ৰ বোলে শুন তঞি কহিবি মিশ্ৰত।
তম্বুল নাহিকে বহু গোবিন্দ-গৃহত ॥১০৩৭

কৰ্কটী স্থানত অল্প তম্বুলৰ থান।
দিয়ে মাত্র কিয় নেদে অঙ্গুলি প্রমাণ॥
আমি তুষ্ট নহৈলে কিসলে দিয়ে তাক।
জাগিয়া প্রভাতে পিতা কহিলা তাহাক॥১০৩৮
শুনি মিশ্রদেৱৰ পাছে অসন্তোষ মনে।
গৰ্ত্তৰ গৃহক আসিলন্ত তেতিখণে॥
পিতৃক বুলিলা তুমি শুনা পদ্মপাণি।
যেমনে শুনিলা তুমি দেৱবেসে বাণী॥১০৩৮
তেমনে আপুনি তুমি ভিণ্ডি বান্ধিয়োক।
আগে গৰ্ত্ত খানি ভাল প্রমাণ কৈয়োক॥
পূৰ্ব্বতো সঙ্গতে থাকি দেৱক তুষিলা।
কৰ্ম্মত চতুৰ বহু প্রসাদ লভিলা॥১০৪০
সেহিতো ভাগ্যৰ তুমি আজিও দেখিলা।
কৰ্ম্ম কৰিবাক প্রতি তোমাকে পাঞ্চিলা॥
শুনিয়া পিতৃয়ে পাছে তাহান আগতে।
স্বপ্নত দেখয়া থান খানিলা সাম্প্রতে॥১০৪১
দেখে সেহিমতে মাত্র পূৰ্ব্ব গৰ্ত্ত আছে।
তাতে সিচুকিয়া ভিণ্ডি বান্ধিলেক পাছে॥
কৰ্কটী থানত পশি দেখে বিত্তমান।
অল্পমাত্র দিয়া আছে তম্বুলৰ থান॥১০৪২
দেখি মিশ্রদেৱে মনে অসন্তোষ ভৈলা।
আঙ্গুলি আঙ্গুলি কৰি গুৱা দিবে দিলা॥

অষ্টম দিনত বহু মহন্ত আসিল।
নৱম দিনত সভা-থানক জুৰিল ॥১০৪৩

দশাহ কৰ্ম্ম দশম দিনত দুয়ো মুণ্ডন কৰিলা।
দশাহী কৰ্ম্মক যথাযোগ্যে সমাপিলা ॥
মধ্যাহ্ন বেলাত হাটী-বাটী পানী-ঘাট।
পূৰ্ব্ব দক্ষিণ উত্তৰৰ তিনি বাট ॥১০৪৪

জুৰিল সকলে থানে ঘঞ্চাল প্ৰজাৰ।
ভেটি যোগাইবাক শক্তি নাহিকয় আৰ ॥
ভাল ভাল শক্তিমন্ত বহুত ভকতে।
কাচি-পাৰি প্ৰৱন্ধ কৰিয়া ভালমতে ॥১০৪৫

ৰাখিয়া ৰুৰয় মিশ্ৰদেৱক আবৰি।
তাসম্বাক ৰাখে কতো কতো পাছ ধৰি ॥
তথাপি বহুত দুঃখ ৰাখন্তাসৱৰ।
হস্ত ধৰাধৰি কৰি থাকে নিৰন্তৰ ॥১০৪৬

অগ্ৰত এগুটি পথ কৰিয়া থাকিলা।
সেহি পথে গৈয়া লোকে কহিবে পাৰিলা ॥
সুৱৰ্ণ ৰজত বস্ত্ৰ লোণ কপৰ্দ্দক।
ধাতুময় পাত্ৰ সমে নিলেক অগ্ৰক ॥১০৪৭

তণ্ডুল কদলী আদি উপাধি আপাৰ।
তাহাক সমীপে নিবে শকতি কাহাৰ ॥
কিন্তু কহে মাত্ৰ তাৰ স্থল লেখাখানি।
ভাল বুলি মিশ্ৰদেৱে বোলে প্ৰিয় বাণী ॥১০৪৮

অমৃত শ্ৰৱয় মিশ্ৰদেৱৰ বচন।
শুনি শুনি সবাৰে সন্তোষ হোৱে মন॥
পাছে জয়হৰিদেৱ পাশক চলয়।
তাহানো মধুৰ বাক্যে সৱে সুখী হয়॥১০৪৯

হুহানো বাক্যত আন সৱে তাপ হৰে।
একে দেৱগোপালৰ সন্তাপত পৰে॥
সি পুনু অধিক ভৈলা দেৱৰ স্থানত।
সবাৰে চক্ষুৰ নীৰ বহয় শোকত॥১০৫০

বান্ধৱ গোপাল আছিলন্ত এহি ঠাই।
কৈক গৈলা প্ৰভু তুমি আমাক পেলাই॥
পূৰ্ব্বতো কৰিছো আমি সেৱা বাৰম্বাৰ।
হৰি-ভক্তি পাইলো আমি প্ৰসাদে তোমাৰ॥১০৫১

ইহ পৰলোকে সাৰ কৰিছো তোমাক।
তুমি গুৰু ইষ্ট বন্ধু নেড়িবা আমাক॥
এহিমতে আনো৹য় তুতি বাণী বড়ি।
কতো কান্দে আসন-খানত পৰি পৰি॥১০৫২
কতো কান্দে দেহ-ত্যাগ-খানত পৰিয়া।
শোকে মগ্ন দেহ আতি ভূমিত লুটিয়া॥
গোবিন্দ ঠাকুৰ আগে কতোগে কান্দয়।
গোপালৰ পদ-ধূলা-সঙ্গতি মাগয়॥২০৫৩
কতো ভকতৰ বাসা পশিয়া কান্দয়।
আনো পৰিচয় ভক্ত সঙ্গে আলাপয়॥

কতো দিন আগে আসি শ্ৰীহৰি গোসাঁই।
সত্ৰ পশি বুলিলন্ত ভকতক শুনাই ॥১০৫৪
কৈত আছে কৈত আছে তুতিয় গোপাল।
শুনি মিশ্ৰদেৱে আগে আসিল সকাল ॥
দেখিল মাত্ৰকে দণ্ডৱতে পৰিলন্ত।
মিশ্ৰদেৱে পৰি আলিঙ্গিয়া ধৰিলন্ত ॥১০৫৫
দুয়ো দুইক নমস্কাৰ কৰি বাৰম্বাৰ।
বিস্তৰ কান্দিয়া প্ৰেম লভিয়া আপাৰ ॥
বৃহত দেৱৰী বাপু আদি কৰি যত।
মহাজনসৱ আছে ইটো প্ৰদেশত ।১০৫৬
শ্ৰীহৰি দেৱৰী মতে সৱে আদৰিলা।
মিশ্ৰদেৱে যথাযোগ্যে সৱাকে তুষিলা ॥
গৃহে গৃহে সভাত ভকতে বসাইলেক।
সমস্তকো ভোজন-সম্ভাৰ দিয়াইলেক ॥১০৫৭
এক তিলো হৰি-কীৰ্ত্তনৰ ছেদ নাই।
নাম গায়া কীৰ্ত্তন কৰয় ঠাই ঠাই ॥
পাছদিনা প্ৰাতসে পশিলা নাম-ঘৰ।
পণ্ডিতসকলে উৎসৰ্গাইলা সৱে বৰ ॥১০৫৮
পিণ্ড দিয়া পাছে দুয়ো জলে উঠি উঠি।
পণ্ডিতসৱক দান দিয়া মন তুষ্টি ॥
সুবৰ্ণ-ৰজত আদি বস্ত্ৰ অপৰ্য্যন্ত।
যাৰ যাতে অভিলাষ তাহাক দিলন্ত ॥১০৫৯

দলৈমানে সবাৰে ভৈলেক মন পূৰ।
সৱে উঠি আশীৰ্ব্বাদ কৰিলা প্ৰচুৰ ॥
কন্দলি ভাৰতী চক্ৰৱৰ্ত্তী আদি যত।
পণ্ডিত তেজস্বী বেদ-মূৰ্ত্তি যেনমত ॥১০৬০
সৱাৰে আনন্দ প্ৰশংসিলা বাৰেবাৰ।
জয় জয় কৃষ্ণ হৰি কৰিলা জোঁকাৰ ॥
ৰত্নাকৰ কন্দলি বুলিলা প্ৰেম কৰি।
দেৱগোপালৰ পদ-ধূলি আছো ধৰি ॥১০৬১
যিকালত আসি আমি মাগিলো শৰণ।
দেৱতা গোপালে মোক বুলিলা বচন ॥
ইদেশত তুমি ৰাজা সৱে পণ্ডিতৰে।
তোমাক পূজয় ৰাজা সাধু নিৰন্তৰে ॥১০৬২
তযু মুখে ভাগৱত কৰিবো শ্ৰৱণ।
কেমনে লগাইবো মঞি তোমাক শৰণ ॥
শুনিয়া বুলিলো মঞি কৰি দণ্ডৱত।
শুনিয়োক পিতৃ মোৰ যেন অভিমত ॥১০৬৩
নানা বিস্তা শিখি লোকে তোমাকে সেৱয়।
মোৰ বিদ্যা পাণ্ডিত্যত আন নাহিকয় ॥
পণ্ডিত-বিস্তাক ধৰি সেৱিলোহো আগে।
আৱে মোক শৰণ লগাইবে তযু লাগে ॥১০৬৪
এমনে বহুত আনো কৰিলো প্ৰাৰ্থনা।
আতি শ্ৰদ্ধা দেখি মোক কৰিলা কৰুণা ॥

গোবিন্দ ঠাকুৰ আগে কৰাই দণ্ডৱত।
শৰণ-ভজন ভক্তি কহিলা যেমত ॥১০৬৫
তাহান প্ৰসাদ মঞি সকলে লভিলো।
পদ-জল লৈয়া স্নান ভোজন কৰিলো ॥

জন্ম কৰ্ম্ম পাণ্ডিত্য সকলে সাফলিলো ॥১০৬৬
হেন বন্ধু এড়ি গৈলা ভৈলোহো অনাথ।
এহি বুলি বহু কান্দিলন্ত দমাই মাথ ॥
এমনে অনেক বহুদেশী পণ্ডিতৰ।
ভৈল ভাৱ স্মৰি গুণ দেৱ গোপালৰ ॥১০৬৭
মিশ্ৰদেৱে সৱাকে কৰিয়া সত্তকাৰ।
গৈলন্ত বাহিৰ কুড় লাগিল প্ৰজাৰ ॥
সেই মিশ্ৰদেৱ বুলি কহে সাৰ কথা।
কিন্তু সমীপক যাইবে নপাৰয় তথা ॥১০৬৮
সহস্ৰ সহস্ৰ প্ৰজা আৱৰি ৰহিলা।
একোমতে কোনো ভেটিবাক নপাৰিলা ॥
দণ্ড দুই মানে ঘিৰে আছিলন্ত চাই।
সভা প্ৰৱেশিবাৰ শকতি দেখে নাই ॥১০৬৯
পাছে যেন তেন কৰি ফিৰিয়া গৈলন্ত।
শক্তিমন্ত বহু লোকে ধাখিয়া নিলন্ত ॥
গৃহ প্ৰৱেশায়া দ্বাৰ বান্ধিয়া ৰহিলা।
তাতে গৈয়া বৰ লোকেসে দেখিলা ॥১০৭০

ৰাজাৰ কুমাৰ আৰো প্ৰিয় নাতি এক।
দুয়ো বহু ধন দিয়া দূত পঠাইলেক ॥
কানু বড়া মধু বড়া আদি দূতগণে।
ভণ্ডাৰাদি ৰাখে মিশ্ৰদেৱৰ বচনে ॥১০৭১

ৰাজগৃহ দুৰ্গ-অধিকাৰী সনাতন।
আৰো যিবা প্ৰিয় ভক্ত আছে পাত্ৰগণ ॥
তাসম্বাৰো আসি আছে দূত বহুজন।
দিয়া পঠাইলন্ত বহু বিবিধ দ্ৰব্যগণ ॥১০৭২

বহু টঙ্কা সম্ভাৰ আনিলা গাৱে গাৱে।
চাৰি দিন আগে যোগাইলন্ত ভাৱে ভাৱে ॥
সমস্তে দূতকে ভিয়ে পূৰ্ব্বতে পাঞ্চিলা।
যাক যিটো কৰ্ম্ম দিলা বিশ্বাসে নেড়িলা ॥১০৭৩

বৰ জগন্নাথ মধুসূদন ভণ্ডাৰী।
দুইহানো সঙ্গত ভৈল বহু আজ্ঞা কৰি ॥
প্ৰাতসতে দুয়ো গৈয়া মঞ্চত চড়িলা।
ভাল দুৰ্গ বান্ধি দান দিবেক লাগিলা ॥১০৭৪

দুৰ্গকো ৰাখিবে দিলা বহু অধিকাৰী।
দুৰ্গ মধ্যে প্ৰজাকো থৈলেক দ্বাৰ মাৰি ॥
লোণ কপৰ্দ্দক বস্ত্ৰ সুবৰ্ণ ৰজত।
গাৱে গাৱে পাত্ৰ ভৰি থৈলা সমীপত ॥১০৭৫

যাক যিবা লাগে পুছি পাছে দিল।
দান দিয়া পাছে উত্তৰক মেলি নিল ॥

পুন দক্ষিণৰপৰা আসয় বিস্তৰ।
দান দিয়া তাকো মেলি দিলা নিৰন্তৰ ॥১০৭৭
এহি মতে তুগ´ ভৰি ভৰি বাৰম্বাৰ।

* * *

চাৰিও দিশৰ পথ জুৰিয়া আছয় ॥
আসে যায়ে প্ৰাণীসব লানি নভাগয় ॥১০৭৭
সভা কাথৰত বিলাইবাৰ বস্তুচয়।
ভণ্ডাৰ কৰিয়া তাক বহুতে ৰাখয় ॥
তুপৰতে তাক মাত্ৰ বিলাইবে পাৰিল।
পৰবেলা ভৈলে সবে ভণ্ডাৰ ভাঙ্গিল ॥১০৭৮
দধি গুৰ কদলী সন্দেশ মাস চাউল।
লুড়িয়া নিয়ন্তে প্ৰজা যেন ভৈল বাউল ॥
অপৰ্য্যন্ত বস্তু তাক কতেক নিৰেক।
চকটি পোলাইলে জানো প্ৰাণমি ভৈলেক (?) ॥১০৭৯
ৰথীয়াসকলে মিশ্ৰদেৱত কহিলা।
শুনি হাসি বোলে কৃষ্ণে আনন্দ কৰিলা ॥
প্ৰাণীৰ হিয়াত থাকি কৃষ্ণৰেসে ক্ৰীড়া।
নমানিবি তুঃখ যদি লভিলাহা পীড়া ॥১০৮০
নিশা ভৈলে পাছে বহু প্ৰদীপ লগাইলা।
থানে থানে হৰি-নাম কীৰ্ত্তন কৰিলা ॥
মিশ্ৰদেৱে আসি নিশা পশিলা সভাত।
উপযোগ বস্তু যত দিয়াইলা সম্রাত ॥১০৮১

অতি বৰ সভা ভৈল দেখন্তে অদ্ভুত।
পৰম আনন্দ ভৈল মিলিল বহুত ॥
কুৰুক্ষেত্ৰ-যাত্ৰা ভোজ্যমান জগতৰ।
ভৈল মহা মহোৎসৱ আনন্দ মনৰ ॥১০৮২
সেহিমতে মহোৎসৱ দেৱগোপালৰ।
পৰম আনন্দ ভৈল সৱে ভকতৰ ॥
আনন্দতে ক্ষণপ্ৰায় ভৈল সমস্তৰে।
যথাযোগ্য অৰ্চ্চা কৰিলন্ত নিৰন্তৰ ॥১০৮৩
বিদায় মাগিয়া সৱে গৈল দেশে দেশে।
সৱে সাঙ্গ কৰিলন্ত দিনা ছয়কেসে ॥
মিশ্ৰদেৱে জয়হৰিদেৱ সমন্বিতে।
ভক্ত সমে হৰি কথা কৰি একচিত ॥১০৮৪
ৰহিলা সদায় সুখ ভৈলা পূৰ্ব্বমতে।
কিছো কিছো কৰি শোক তেজিলা সুখতে ॥
প্ৰাতসতে গোবিন্দ ঠাকুৰ সেৱা কৰে।
পাছে আসনতে আসি প্ৰণামে সাদৰে ॥১০৮৫
তাত পাছে অন্তৰ্জ্জল ভিতি সেৱা কৰি।
পাছে পাদুকাত সেৱা কৰন্ত সাদৰি ॥
পাছে নাম-ঘৰে বসি প্ৰসঙ্গ কৰয়।
গধূলা প্ৰসঙ্গ এহিমতে প্ৰৱৰ্ত্তয় ॥১০৮৬
দেৱগোপালৰ খেদ-কৃপাৰ বশত।
ভৈল অতিৰেক শ্ৰদ্ধা হৰি-প্ৰসঙ্গত ॥

হৰি-প্ৰসঙ্গৰ বলে ভকতি সম্পত্তি।
স্ফুটিল দিনে দিনে বাঢ়ি গৈল আতি ॥১০৮৭

জয়হৰিদেৱ গঙ্গাত অস্থি লগাবলৈ গ'ল, মিশ্ৰদেৱ সত্ৰত ৰ'ল

যথাযোগ্যে ত্ৰিপক্ষিকো কৰিলা দেৱৰ।
দান-পুণ্য সমস্তক কৰিলা বিস্তৰ ॥
পাছে দুয়ো দেৱে ভক্ত সমে আলচিলা।
গঙ্গাৰ তীৰক অস্থি নিবে ইচ্ছা ভৈলা ॥১০৮৮

তাম্ৰময় টেমাত ভৰিয়া অস্থিচয়।
শিৰত লৈলন্ত মিশ্ৰদেৱ মহাশয় ॥
ভক্তসৱে চলি গৈলা চৌপাশে আৱৰি।
প্ৰেমে কান্দি মধ্যে মধ্যে হৰি-ধ্বনি কৰি ॥১০৮৯

গৈয়া লোহিতভো শিৰে অস্থিক ধৰিয়া।
দণ্ড চাৰি আছিলন্ত নৌকা ভৰা দিয়া ॥
তেৱেসে শিৰৰপৰা নৌকাত থৈলন্ত।
ভক্তসৱে দেখি মনে বিস্ময় ভৈলন্ত ॥১০৯০

মিশ্ৰদেৱে দুয়ো হাতে শিৰত তুলিয়া।
একেহৰে প্ৰহৰেক আছে কি কৰিয়া ॥
এহিমতে সুমঙ্গলে আগ বঢ়াই থৈলা।
নৌকাত উঠিয়া জয়হৰিদেৱ গৈলা ॥১০৯১

দৃষ্টি দেখি মানে সৱে নিৰেখি আছিলা।
ঘনে ঘনে জয় জয় হৰি-ধ্বনি দিলা ॥
শুনা সাধুসৱ কথা দেৱগোপালৰ।
খিতি ৰূপে কুশলে সাধিলা জগতৰ ॥১০৯২

বহু ধন ভাঙ্গি বহু সম্ভাৰ কৰাই ।
কোনো দেশে কিছো ভক্ত কৰে এক ঠাই ॥
তাতে তাৰ মহাভাগ্য মিলয় আপাৰ ।
গুণগ্ৰাহী ভৈলে ভাগ্য মিলিল সৱাৰ ॥১০৯৩
ইটো পুনু মহোৎসৱ দেৱগোপালৰ ।
এক থানে দেখি ভক্ত বহুত দেশৰ ॥
বহু দেশে যাক যাক পাই প্ৰজা ভৱে ।
তাক একবাৰে পাই সৱে সেৱা কৰে ॥১৯৪
এতেক গোপাল পাদ-পদ্ম মনে স্মৰি ।
ভণে ৰমানন্দে ডাকি বোলা হৰি হৰি ॥

## ছবি ॥

থাকি লোহিতৰ কাছে মিশ্ৰদেৱ-ভক্ত পাছে
ক্ৰন্দন কৰিলা বহুতৰ ।
অস্থিৰ লগত যেন গৈল সৱে প্ৰাণ-মন
মহাশোক হৈল সমস্তৰ ।১০৯৫
বান্ধৱ গোপাল আজি আমাক এডিয়া গৈলা
আজি সৱে ভৈলোহো আনাথ ।
এহি বুলি শোক কৰি দেহৰ চৰণ স্মৰি
কান্দি শোকে চপড়াইলা মাথ ॥

পাছে সৱে প্ৰেম-চিতে মিশ্ৰদেৱ সমন্বিতে
গৈয়া পশিলেক সত্ৰ-শাল।
থাকিল সন্তাপ-দুখে সৱে কান্দি বোলে মুখে
হা হা বান্ধৱ গোপাল ॥১০৯৬
মিশ্ৰদেৱে নিতে নিতে জানু পাৰি প্ৰেম-চিতে
দেৱগোপালৰ আসনত।
নমস্কাৰ কৰি থাকি গোপাল গোপাল ডাকি
কান্দি যাৱে দুখে যেনমত ॥
যেখণে দেৱক স্মৰি থাকি মালা হাত ধৰি
তেখণে সৱাকো পাসৰয়।
নমাতন্ত কাকো বাৰ ফোকাৰন্ত বাৰম্বাৰ
দীৰ্ঘশ্বাসে গোপাল বোলয় ॥১০৯৭
নাহিকে তাহান আন গোপালেসে জীৱ-প্ৰাণ
সুহৃদ বান্ধৱ পিতা মাতা।
ইহ পৰলোকে সাৰ গুৰু ইষ্ট পৰমাৰ্থ
সমস্ত প্ৰকাৰে সৰ্ব্বদাতা ॥
সচেতে সপনে সদা কৃষ্ণ গোপালৰ কথা
কহি স্মৰি মহাপ্ৰেম কৰি।
মহা শিষ্ট ধৰ্ম্ম-শালী ভক্ত-পথ প্ৰতিপালি
থাকিলন্ত মহাসত্ৰ কৰি।১০৯৮
লোক-শিক্ষা তেতিক্ষণে দেহ কায় বাক্য মনে
অভিমান লেশো নকৰিলা।

সৰ্ব্ব-শাস্ত্ৰ-সাৰ কহি পাছে বোলে মাত্ৰ এহি
শ্ৰীগোপালদেৱেসে কহিলা ॥
ভকতৰ কল্পতৰু গোপালদেৱেসে গুৰু
সৱে মনে মানিয়া ধৰিবা।
অন্য দেৱাদিক এৰি শ্ৰৱণ-কীৰ্ত্তন কৰি
মহাসুখে সকলে লভিবা ॥১০৯৯
এহিমতে আনো শিক্ষা দিয়া লোক নিস্তাৰিয়া
ভাগৱত কহি নানা ছন্দে।
সূৰ্য্য যেন প্ৰকাশিল বহু সাধু ধৰ্ম্মশীল
শুনিয়া আছিলা মহানন্দে ॥
শুনা আৰে সিটো কথা জয়হৰিদেৱ যথা
অস্থি লৈয়া পছিম গৈলন্ত।
যৈত যৈত নিশা পাই ৰহিলন্ত ঠাই ঠাই
তৈতে বহু বিত লভিলন্ত ॥১১০০
যিথানে প্ৰথমে ৰহে তৈতে অন্যো-অন্যো কহে
দেৱ গোপালৰ অস্থি আনে।
শুনি সৱে উত্ৰাৱলে খেদি আসে কৌতূহলে
লৈয়া নানা বস্তু বিত্তমানে ॥
অস্থি আগনত থৈয়া তাতে ধন-পুষ্প দিয়া
দণ্ডৱতে পৰি প্ৰণাময়।
কিনো আমাসাৰ ভাগ্য দেৱৰ অস্থিক লাগ
পাইলো বুলি কৰে জয় জয় ॥১১০১

এহিমতে নিতি নিতি বহু ধ্যানে বহু চিত্তে
আনন্দতে বেহাৰ পাইলন্ত।
বলদেৱে প্ৰেম-মনে শুনিলাতে তাৰক্ষণে
আগ বাঢ়ি খেদি আসিলন্ত ॥
দেৱৰীয়ে শঙ্খ বাই ভকতসৱে নাম গাই
কীৰ্ত্তনীয়া নটুৱাসকলে।
বাদ্য বাই গীত গাই এমনে আনন্দে পাই
তুলিয়া নিলন্ত কৌতূহলে ॥১১০২
নাম-গৃহ আসনত অষ্টি থৈয়া দণ্ডৱত
কৰি প্ৰণামিলা প্ৰেম ধৰি।
মহা মহোৎসৱ ভৈল বংশীধৰদেৱ বৈল
মানি সৱে বোলে হৰি হৰি ॥
বলদেৱে প্ৰেমে ভুলি অষ্টিক শিৰত তুলি
আনন্দক লভিল আপাৰ।
তেমনে বান্ধনিদেৱ অষ্টিক কৰিয়া সেৱ
ভক্তেও কৰিলা নমস্কাৰ ॥১১০৩
পূৰ্ব্বে থাকি ইদেশত দেৱগোপালৰ যত
মহিমা দেখিলা বহুতৰ।
তাক স্মৰি স্মৰি আৰ্ত্তি কহিছিলা দিনে-ৰাত্ৰি
আগত সকল বৈষ্ণৱৰ ॥
শ্ৰীভাগৱতে যত কহে নানা প্ৰসঙ্গত
মহত্ত্বৰ লক্ষণ বিচাৰি।

সৱে দেৱগোপালতে ঘটি আছে স্বৰূপত
তাঙ্ক স্মৰিবাক যেৱে পাৰি ॥১১০৪
দেখিলোহো যাবাসৱে তাঙ্ক সেৱা কৰৈ যেৱে
কদৰ্য্যো সুন্দৰ হয় আস্তি।
মিলে তাৰ অভ্যুদয় বহু গুণ পাত্র হয়
সূৰ্য্য যেন জলে তাৰ খ্যাতি ॥
কৃষ্ণে যাৰ তুষ্ট হুয়া বাৰম্বাৰ স্বপ্ন দিয়া
মাগিয়া খাইলা পৰমান্ন।
য়াক যিবা বুলিলেক সেহিমতে ঘটিলেক
যেন কহি গৈল সৰ্ব্বজনে ॥১১০৫
কতেক কহিবো আৰ পৰম মহন্ত সাৰ
মোৰ প্ৰভু শ্ৰীমন্ত গোপাল।
মহাশুদ্ধ ব্ৰহ্মচাৰী ভক্ত-পথ-অধিকাৰী
ধৰ্ম্ম-পথ থাপিল ভূ-তলে ॥
এহিমতে আনো গুণ কহি বলদেৱ মনে
প্ৰেমত্ত আনন্দে মজিছিলা।
তাহান সঙ্গক পাই জয়হৰিদেৱে যাই
কতোদিন আনন্দে থকিলা ॥১১০৬
বলদেৱে পুছিলন্ত জয়হৰি কহিলন্ত
যাক যেন বুলিলা গোসাঁই।
বাৰম্বাৰ এক বাণী শুনি পাছে তত্ত্ব জানি
প্ৰশংসিলা দূৰণ নপাই ॥

ধন্য ধন্য শুদ্ধ মতি দেৱৰ ভাতিজ আতি
নিষ্কপট মহন্ত চিনিলো।
যদি ভাগৱত মিশ্ৰ ইহাক লগাৱে কিশ্ৰ
তেৱে তাক কপটী জানিলো ॥১১০৭

এহিমতে যেৱে আছে জয়হৰিদেৱে পাছে
এক নিশা দেখিলা সপন।
গৌৰাঙ্গ-বৰ্ণীয়া নাৰী দুয়ো হাতে শাঙ্খ পিন্ধি
প্ৰেম কৰি বুলিলা বচন ॥
শুনা শুনা জয়হৰি কিসক বিলম্ব কৰি
আছা গোপালৰ অস্থি আনি।
এভো হেলা এড়িয়োক শীঘ্ৰ কৰি আসিয়োক
যদি তুমি ধৰা মোৰ বাণী ॥১১০৮

এহি শুনি জাগিলন্ত প্ৰাতসতে স্নানিলন্ত
পাছে বংশীদেৱত কহিলা।
শুনি দেৱ কান্দিলন্ত প্ৰেমে বাক্য বুলিলন্ত
হা হা গঙ্গা মায়েসে আসিলা ॥
ভগীৰথ বাক্য ধৰি সাধু-সঙ্গ আশা কৰি
গঙ্গা মাৱ সদায় থাকন্ত।
এতেকেসে মহাৰঙ্গে গোপালদেৱৰ সঙ্গে
আশা কৰি খেদি আসিলন্ত ॥১১০৯

হৰি-পদ-ধূলা ধৰি জগত পৱিত্ৰ কৰি
গঙ্গা যাক সদা আশা কৰি।

বিলম্বক নসহিলা বঙ্গে যেন খেদি আইলা
নিজ প্ৰৱাহক পৰিহৰি ॥
যিটো মহা হৰি-দাস তাহাৰ সঙ্গক আশ
দেৱে তীৰ্থে কৃষ্ণেও কৰয় ।
সকলে শাস্ত্ৰয়ো কয় তাৰ যিটো সঙ্গ লয়
সিও জগতক নিস্তাৰয় ॥১১১০
ঈশ্বৰে কহিছা যাক সাক্ষাতে দেখিলো তাক
দেৱগোপালত নিষ্ঠ কৰি ।
অহো মোৰ মহাভাগ তাহাক পাইলোহো লাগ
সেৱা কৰি আছো পূৰ্ব্ব ধৰি ॥
পূৰ্ব্বে মোক বুলিলন্ত তুমি মহাভাগৱন্ত
ধৰ্ম্মক ধৰিছা মহন্তৰ ।
সেহি আশীৰ্ব্বাদ ভৈল দেৱদামোদৰে লৈল
চৰণৰ কৰিয়া কিঙ্কৰ ॥১১১১
সংসাৰ তাপৰ ওৰ দাতা মহাবন্ধু মোৰ
মানি আছো দেৱ গোপালক ।
এহিমতে বহুতৰ আনো গুণ গোপালৰ
কহিয়া কান্দিলা মকমক ॥
পুনু কৃতাঞ্জলি কৰি গঙ্গা-তীৰ লক্ষ্য কৰি
প্ৰাৰ্থিলন্ত গঙ্গাত বিনয় ।
গঙ্গাদেৱী হৱো তোষ এড়ি অস্থি-বন্ধা দোষ
যেমনে আমাৰ সুখ হয় ॥১১১২

আৰ এক পক্ষমানে অস্থি ৰাখি ইটো থানে
সেৱা কৰি থাকো আমি আই।
তাত পৰে নৰাখিবো অৱশ্যেকে পঠাই দিবো
পাইৱ গৈয়া অস্থিৰ তযু ঠাই ॥
এহি বুলি প্ৰাৰ্থিলন্ত এক পক্ষ ৰাখিলন্ত
নিতে সেৱা কৰন্ত প্ৰেমত।
হিয়ে ধৰি শিৰে তুলি গোপাল গোপাল বুলি
শয়নতো থৱৈ শিথানত ॥১১১৩

নৰাখিলা তাত পৰে গঙ্গাৰ পাপক ডৰে
ভক্ত সমে আলোচন কৰি।
পূজিলন্ত বাৰম্বাৰ দণ্ডৱতে নমস্কাৰ
কৰি শিৰে লৈলন্ত সাদৰি॥
আগ বাঢ়াইবাক মনে বান্ধনি গোসাঁই সমে
বেঢি গৈল সমস্তে বৈষ্ণৱ।
কতো প্ৰেমে শঙ্খ বাই কতো হৰি-নাম গাই
ভৈল মহা উৰ্ম্মি মহোৎসৱ ॥১১১৪

নগৰীয়া লোকে ভাগি সেৱা কৰিবাক লাগি
আসিল আনন্দ কৰি মনে।
দেখি পৰি প্ৰণাময় উঠি সৱে জয় জয়
হৰি হৰি ধ্বনি কৰে ঘনে॥
পাছে জয়হৰিদেৱ সৱাকে কৰিয়া সেৱ
অস্থিক লৈলন্ত কণ্ঠ পাতি।

হুয়ো দেৱে ভক্তে আৰ পুনু কৰি নমস্কাৰ
সত্ৰক আসিলা প্ৰেমে আতি ॥১১১৫
অস্থিৰ সঙ্গত যেন সকলে আনন্দ গৈল
নিৰানন্দ ভৈল সত্ৰখান।
যেন অকস্মাতে আসি নৱনিধি মিলাইলেক
পুনু হৰাইলেক বিত্তমান ॥
জয়হৰিদেৱে যাই তেলাডোৱাৰক পাই
আনন্দ কৰিয়া ৰহিলন্ত।
ভক্ত সমে প্ৰেমে আতি নিলা আগ বাঢ়ি মাতি
পূৰ্ব্বৱতে মান্য কৰিলন্ত ॥১১১৬
লক্ষ্মী আই কান্দিলন্ত অস্থি সেৱা কৰিলন্ত
দেৱগোপালৰ গুণ স্মৰি।
পূৰ্ব্বে দেৱে দিয়াছন্ত যত বস্ত্ৰ অপৰ্য্যন্ত
প্ৰেমে তাক দেখাইলা আদৰি ॥
পাছে তৈৰপৰা গৈলা সবে আগ বাটি থৈলা
নগৰৰ ভৈলন্ত বাহিৰ।
যৈত তৈত থাকি গৈল সবাৰে আনন্দ ভৈল
কতো দিনে পাইলা গঙ্গা-তীৰ ॥১১১৭
গঙ্গা-তীৰ পায়া পাছে ৰহিলা গঙ্গাৰ কাছে
মনে মহা আনন্দ কৰিয়া।
দেৱৰ অস্থিক ধৰি গঙ্গাৰ চৰণ স্মৰি
প্ৰেমে শোকে কম্পমান হিয়া ॥

পাছে উপবাস কৰি বিধি-ব্যৱহাৰ কৰি
যোড়শ দোষক ত্যাগ কৰি।
স্নানি পাছে গঙ্গা-জলে আনি আনি কৌতূহলে
ব্ৰাহ্মণক ভুঞ্জাইলা সাদৰি ॥১১১৮

বৈষ্ণৱ ব্ৰাহ্মণগণে দানে-মানে তুষ্ট মনে
নিতে নিতে আশিষা দিলন্ত।
এহিমতে মহাভাগে কতোদিন অনুৰাগে
অস্থি নিদি নৈৱেদ্য কৰন্ত ॥

আৰো কতোদিনমানে ব্ৰহ্মভোজ-অৱসানে
অস্থি দিয়া যাইবো আমি চলি।
এহিখানি বাঞ্ছা কৰি অস্থিক আছন্ত ধৰি
তাক গঙ্গা বুজিলা আকলি ॥১১১৯

বিলম্বক নসহিয়া মধ্যনিশা প্ৰকোপিয়া
খসাই আনি সমীপ ঠেকিল।
কুণ্ডলী আকাৰে ধৰি গিড়িস গিড়িস কৰি
খসাই আনে জাগিয়া দেখিল ॥

ভয়ে ত্ৰাসমান ভৈলা উৰ্ম্মি কৰিবাক লৈলা
কৈক যাঞো কি কৰো বুলিয়া।
পাছে জয়হৰিদেৱ জানু পাৰি কৰি সেৱ
বুলিলন্ত অঞ্জলি ধৰিয়া ॥১১২০

শুনা শুনা গঙ্গা মাৱ প্ৰণামো তোমাৰ পাৱ
আজি নিশা ক্ষমা কৰিয়োক।

তথু বাঞ্ছা প্ৰতিপালি সত্যে সত্যে দিবো কালি
নেদো যদি দোষ দিবা মোক ॥
হেন শুনি গঙ্গা মাৰ এড়িলন্ত ক্ৰোধ তাৰ
এক লেশো নথসাইলে আৰ।
গুচিল সবৰে ভয় সৱে কৰে জয় জয়
পৰি পৰি কৰে নমস্কাৰ ॥১১২১
শুনি সেহি উৰ্ম্মি-বাণী যাত্ৰীক লুভুৱ মানি
খেদি আসি পাইলে গ্ৰামীচয়।
অস্থিক নপাই তথা গঙ্গাৰ ভৈলেক ঘথা
তাক শুনি ভৈগৈল বিস্ময় ॥
পাছ দিনা পূৰ্ব্বৱতে স্নানে দানে বিধিৱতে
অস্থি লগাইবাক নামিলন্ত।
তাম্ৰময় পাত্ৰ লৈয়া অস্থি টেমাতে থৈয়া
মন্ত্ৰ পঢ়ি অস্থি ধৰিলন্ত ॥১১২২
তেখণে গঙ্গাৰ ধাৰ পাক দিয়া বাৰম্বাৰ
জয়হৰিদেৱৰ চৌপাশে।
ফুৰে দেখি ভয়ে তাৰ অস্থি-পাত্ৰ সমে এড়ি
তীৰক উঠিলা মহাত্ৰাসে ॥
মন্ত্ৰ পঢ়ি ভাল কৰি লগাইবাক জয়হৰি
নপাৰিয়া ব্যাকুল ভৈলন্ত।
জল-ধাৰা পাক এড়ি প্ৰথমে মধ্যক গৈল
পাছে দখিণক বহিলন্ত ॥১১২৩

সিটো মহা আশ্চৰ্য্যক সৰ্ব্বলোকে দেখিলেক
তীৰত থাকিলা মহাত্ৰাসে।
আশ্চৰ্য্য দেখিলা প্ৰাণী সমস্তে বুলিলা বাণী
গঙ্গা হিত সাধিলা গোপালে॥
পৃথিৱীৰ পাপীগণে পাপ কায়-বাক্য-মনে
গঙ্গাত স্নানিয়া গুচাৱয়।
হৰিক হৃদয়ে ধৰি মহাজনে স্নান কৰি
সিটো পাপ সমস্তে হৰয় ॥১১২৪
এতেক সন্তৰ সঙ্গে আশা কৰি মহাৰঙ্গে
সৰ্ব্বকালে গঙ্গায়ে থাকন্ত।
আজি দেৱগোপালৰ অস্থি সৰ্ব্ব-পাপহৰ
জানি পায়া ব্যাকুল ভৈলন্ত ॥

## দুলড়ি ॥

শুনা সভাসদ পৰম সম্পদ
পাইবে যাৰ ইছা আছে।
বিষ্ণু-বৈষ্ণৱৰ কথা মনোহৰ
ইহাতে সকলে আছে ॥১১২৫
বিষ্ণু-বৈষ্ণৱৰ কথা অমৃতৰ
ৰসত যাহাৰ ৰতি।

তাকে পান কৰি  আন পৰিহৰি
সি পাৱে প্ৰেম-ভকতি ॥
হৰি-পদ-জল  পৰম নিৰ্ম্মল
ত্ৰিজগতে পুণ্যকাৰী।
যাক ব্ৰহ্মা হৰ  সেৱিলা লোকৰ
ভৈলা সৰ্ব্বপাপহাৰী ॥১১২৬

তিনিও পুৰুষে  তপ অহৰ্নিশে
কৰি পাছে ভগীৰথ।
যাহাক নমাইলা  বংশকো তাৰিলা
লভিলন্ত মনোৰথ ॥
সকলে শ্ৰীহৰি  মধ্যত গঙ্গাৰ
মহিমা প্ৰচুৰ কয়।
হেনয় গঙ্গাৰো  সৎসঙ্গ পাইবাক
আকুল ভাৱ আছয় ॥১১২৭

সৎসঙ্গত যাৰ  পিৰীতি আপাৰ
সকলে সিজিল তাৰ।
সৱাৰে ৰহস্য  কৃষ্ণে ভৈল বশ্য
এহি সৰ্ব্ব-শাস্ত্ৰ-সাৰ ॥
হে প্ৰাণ কৃষ্ণ  তুমি মোৰ ইষ্ট
দেৱ বন্ধু হিতকাৰী।
ইহ পৰলোকে  নৈয়ো সদা মোকে
ভৃত্যৰো ভৃত্যক কৰি ॥১১২৮

কৃষ্ণ পদে সদা সপ্রেম ভকতি
মুখে রাম কৃষ্ণ নাম।
পাউক রমানন্দে পরম আনন্দে
ডাকি বোলা রাম রাম॥

## পদ

এহিমতে জয়হরিদেবে অস্থি দিয়া।
কান্দি কান্দি প্রণামিলা তীরত পরিয়া॥
যেন নরনিধি বলরস্তে কাঢ়ি নিলা।
দেবর অস্থিক গঙ্গা তেমনে হরিলা॥১১২৯
হস্ত হস্তে অস্থি গঙ্গা নিলা বিতিখণে।
পুণ্য যেন ভৈল বল শক্তি তেজ মনে॥
নাহিকে উৎসাহ হাস আনন্দ বদন।
গোপাল গোপাল মাত্র ডাকয় সঘন॥১১৩০
কৃষ্ণ বিনে অর্জ্জুনর যেনয় অবস্থা।
জয়হরিদেবর ভৈলেক তেন তথা॥
কান্দিলন্ত বহু গুণ বর্ণাই বর্ণাই।
পূর্ব্বরতে বেহারক আসিলা চুনাই॥১১৩১
গঙ্গার বৃত্তান্ত যত সকলে কহিলা।
ভক্ত সমে চুয়ো দেব প্রেমত মজিলা॥

তাঙ্ক চুৱো দেৱে বহু স্নেহ কৰিলন্ত।
মাত্ত সতকাৰে বহুদিন ৰাখিলন্ত ॥১১৩২
অম্বিক নিয়ন্তে যথা জয়হৰিদেৱ।
সমস্ত ভকতক ভুঞ্জাই কৰিলন্ত সেৱ ॥
তেমনে আসিয়া পুন্থ নৈৱেন্ত কৰিলা।
গুৰু-গৃহে মানি বহু ধন ভাঙ্গি দিলা ॥১১৩৩
দেৱ দামোদৰ গুৰু গোপালদেৱৰ।
জানি জয়হৰিদেৱে মানিলা বিস্তৰ ॥
ঠাকুৰৰ সত্ৰৰ ভকতে পাছে নিলা।
তৈতো ধন দিয়া পুন্থ নৈৱেন্ত কৰিলা ॥১১৩৪
কতিপয় দিন থাকি পুন্থ আসিলন্ত।
বলোদেৱ সমে কতোদিন আছিলন্ত ॥
বিদায় কৰিয়া পুন্থ স্বদেশে আসিলা।
মিশ্ৰদেৱ সমে সৱে ভক্তে আৱৰিলা ॥১১৩৫
দামোদৰদেৱৰ সত্ৰৰ নিৰ্ম্মাল্যক।
গঙ্গাজল সমে সৱে দিলন্ত ভকতক ॥
বলদেৱ সমে বহু ভক্ত সমস্তৰ।
আশীৰ্ব্বাদ প্ৰীতি বাৰ্ত্তা কহিলা বিস্তৰ ॥১১৩৬
যত যত তৈলেক গঙ্গাৰ তাৱ যথা।
কহিলন্ত প্ৰপঞ্চি সকলে সিটো কথা ॥
সকলে ভকতে মিশ্ৰদেৱ আদি কৰি।
আপাৰ আনন্দ পাইলা বোলা হৰি হৰি ॥১১৩৭

গজমুণ্ডা-শ্ৰমত সাম্বৎসৰিক কৰ্ম্ম

গজমুণ্ডাশ্ৰমে থাকি সম্বৎসৰ-কৰ্ম্ম।
কৰিলন্ত বিধি-ব্যৱহাৰ বেদ-ধৰ্ম্ম॥
তাতে আতি মহোৎসৱ ভৈল ভালমতে।
বহুত মহন্ত যাত দেখিলা জগতে॥১১৩৮
আমাৰ পিতৃয়ে মিশ্ৰদেৱৰ বচনে।
সম্ভাৰৰ সজাইলন্ত যঞ্জয় যেমনে॥
কতেক কহিবো সিটো মহোৎসৱ-গুণ।
একাদশ হাত কৰি অল্প কৰি ন্যূন॥১১৩৯
তুপৰত প্ৰজাৰ গিড়ত বহুজন।
আধা মৰা ভৈল কাৰো হৰাইলেক ধন॥
পৰবেলা মিশ্ৰদেৱ আসন্তে গৃহক।
প্ৰজাৰ গিড়ত নপাৰয় আসিবাক॥১১৪০
ভাল ভাল লোকে তাঙ্ক বাখিয়া আনয়।
তথাপিতো একোমতে পথ নপাৰয়॥
টকা দশেকৰ কড়ি সিঞ্চি পেলাইলেক।
তাক গৈল প্ৰজা ভাগি তেৱে আসিলেক॥১১৪১
গৃহ পশি খলখলি হাসি বুলিলেক।
কপৰ্দ্দক নিমিত্তেসে প্ৰাণ ৰহিলেক॥
জয়হৰিদেৱৰ পাশত প্ৰজাচয়।
দলদোপ-কৰৈ যেন মেদিনী কম্পায়॥১১৪২

কুকুৰা-বাহীত ৰাজ-ভয়

এহিমতে মহোৎসৱ কৰিয়া সিঠাই।
"কুকুৰাবাসীক পাছে আসিলা তুমাই॥

তাত পৰে মহোৎসৱ কুকুৰাবাসীত।
ভৈল বাৰম্বাৰ কিন্তু ৰাজ ভয়-ভীত ॥১১৪৩
থণো একেলগে থাকে সকলে ভকত।
থণো যূথে যূথে থাকে ৰাজাৰ ভয়ত ॥
যেন অমৰাৱতীপুৰে সভা ত্রিদশৰ।
দৈত্য-ভয়ে বাৰম্বাৰে অৱস্থা দেৱৰ ॥১১৪৪
তথাপি নির্ভয় পাইলে থাকে মহাৰঙ্গে।
পূর্ব্বতো অধিক ভক্ত ভৈল তান সঙ্গে ॥
পঞ্চ শত বৈষ্ণৱ থাকয় একে ঠাই।
অযাচিতে চাউল আসে সৱে তাক খাই ॥১১৪৫
গোপালদেৱৰ খেদ-কৃপাৰ বলত।
নাহিকে বিকল সুখ থাকয় সতত ॥
নিতে নিতে বহু নৌকা সম্ভাৰ মিলয়।
আনো দুখী ভিক্ষী আসি সন্তোষ পাৱয় ॥১১৪৬
পণ্ডিত মহন্ত পাত্র মন্ত্রী বৰনাৰী।
নিতে নিতে জুমা-জুমে আসে শাৰি শাৰি ॥
অত্যন্ত তেজস্বী সভা দেখি ভয়-ভীত।
যাত পশি সৱাৰে সন্তোষ হুয় চিত্ত ॥১১৪৭
প্রথমতে দুইহস্তক সৱে সেৱা কৰে।
থানে থানে ফুৰি ফুৰি সেৱৈ নিৰন্তৰে ॥
অশক্রান্তত এমনে আনন্দে নিতে থাকয় বিদিতে।
বামকৃষ্ণৰ জন্ম : ৰাজ-ভয় ভৈলে পাছে পলায়ে স্বৰিতে ॥১১৪৮
বেহাৰত যত যত কথা মিশ্রদেৱৰ কালত।
পাছে যত ভৈল লড়িদেৱৰ কালত ॥

সিসৱ কথাৰ পদ বিস্তৰ হোৱয়।
সংক্ষেপিয়া কৰিলেও গ্ৰন্থ বহু হয় ॥১১৪৯
তথাপিতো স্থূলৰূপে কহো কিছোমান ।
সভাসদসৱে শুনিয়োক সাৱধান ॥
এহিমতে মিশ্ৰদেৱে মহাসত্ৰ ধৰি ।
আছিলন্ত শ্ৰীভাগৱত ব্যাখ্যা কৰি ॥১১৫০
সৱাৰে সন্তোষ দিয়া থাকন্ত সদায়।
খণো অসন্তোষে ৰাজ-ভয়ত পলাই ॥
বাৰম্বাৰ পলায়ন-শ্ৰমক দেখিলা।
লোক-দুখ দেখি পাছে পছিমক গৈলা ॥১১৫১
কতো কাল অশ্বক্ৰান্ত তীৰ্থত আছিলা।
সিদেশৰ আসি বহু মহন্তে দেখিলা ॥
তহিতে জন্মিলা তান পুত্ৰ মহাশিষ্ট ।
সাধুগণ সমে নাম থৈলা ৰামকৃষ্ণ ॥১১৫২
দানে-মানে বহুজাতো সাধুক অৰ্চ্চিলা ।
মহা সাধু হৈবা বুলি গণিতাক দিলা ॥
দেৱেবা ইহান সম্পত্তি নেদেখয় ।
এহি বুলি কহি গৈল ৰহিল সংশয় ॥১১৫৩
তৈতে থাকি এক মহোৎসৱ কৰিলন্ত ।
বেহাৰকো গৈয়া বলদেৱ দেখিলন্ত ॥

কুকুৰাবাহীত গোপালদেৱৰ বাক্য ধৰিয়া মনত।
ফাগু যাত্ৰা : বৈষ্ণৱসৱৰ বহু প্ৰাৰ্থনা-বাক্যত ॥১১৫৪
ৰজাৰ ওচৰত গোচৰ
পুনু স্বদেশক আসি কুকুৰাবাহীত।
ৰহিল সবাৰে ভৈল আনন্দিত চিত্ত ॥
যেন প্ৰাণ আসিল ইন্দ্ৰিয় উল্লসিল।
সেহিমতে সৱে লোকে আনন্দে আসিল ॥১১৫৫
পূৰ্ব্বৱতে হৰি-কথা কহিয়া আছিলা।
জয়হৰিদেৱে সমে প্ৰীতিয়ে ৰহিলা ॥
ভক্ত সমে দুয়ো দেৱে আলোচন কৰি।
এক মহা ফাগুযাত্ৰা কৰিলা সাদৰি ॥১১৫৬
দোলৰ উপৰে তুলিলেক মগৰক।
ময়ূৰ পখায়ে বিচিলেক ঈশ্বৰক ॥
মৈৰা পাখি মগৰক দেখিয়া অজ্ঞানী।
ৰাজাবেসে দুয়ো বস্তু লৈলা মনে মানি ॥১১৫৭
মহামূৰ্খ অজ্ঞান স্বভসে পাপমতি।
নসহয় মহাহৰি ভকত-ভকতি ॥
কয় বাৰ আদি যেন দুৰ্জ্জনসকলে।
দেখি আছি ঈশ্বৰক নমানে কেৱলে ॥১১৫৮
সেহি দুষ্টে কহিলেক ৰাজাৰ আগত।
দেৱবেসে চিহ্ন ধৰি আছয় ভকত ॥
দেৱৰ কণ্ঠৰ হাৰ জ মুমুটৰ।
ভণ্ডাৰীয়ে ভকতক দিয়া আছে সাৰ ॥১১৫৯

আতি মূৰ্খ নৃপতিসে তাকে সত্য মানি।
পৰীক্ষিত বকৰাক বোলে দিয়া আনি ॥
পৰীক্ষিতে বুদ্ধি কৰি ভকক এড়িলা।
সাজ-পাতি নিয়া সবে ৰাজাত দেখাইলা ॥১১৬০
মগৰক দেখি ৰাজা হাসিয়া বুলিলা।
বিপ্ৰে দোলা-বাড়ি সাজিবাক নজানিলা ॥
দোলা-বাড়ি নহে ইটো মগৰ সাজিলে।
এহি বুলি ভয়ে কেহোজন নকহিলে ॥১১৬১
মোক ভাঙ্গি হন্তু বিপ্ৰ ৰাজাসে উঠয়।
এহি শুণি ৰাজা মনে সংশয় কৰয় ॥
সভাসদো জানে বোলো মিত্ৰদেৱ হুব।
ৰাজচিহ্ন ধৰি ৰাজ খুজিলে উঠব।১১৬২
এতেকেসে ৰাজা শুনি কৰিলেক ভয়।
নকৰিবা নকৰিবা সিসব সংশয় ॥
যৈসানি গোপালদেৱ থাপিয়া থৈলন্ত।
যৈসানিৰেপৰা একেভাৱে আছিলন্ত ॥১১৬৩
বৈষ্ণৱক দিয়া পাট সামান্য বস্ত্ৰক ( ? )।
পিন্ধিছিলা আৰো হৰি-নিৰ্ম্মাল্য-পুষ্পক ॥
উকা কাষ্ঠ সম্ভুবান্ত তাম্বুল ভুঞ্জিলা।
কাংস আদি পাত্ৰ পাইলে বৈষ্ণৱক দিলা।১১৬৪
নাশিলা সকলে শৰীৰৰ অলঙ্কাৰ।
নাহি দম্ভ দৰ্প মনে পৰ-তিৰস্কাৰ ॥

পৰম গম্ভীৰ ধীৰ হৰি-সেৱা-পৰ।
নাহি পৰ-দ্বেষ হিংসা অসূয়া মৎসৰ ॥১১৬৫
তথাপিতো তাঙ্ক দুষ্টজনে নসহিলা।
ৰাজাৰ আগত ৰাজপদ বায় দিলা ॥
ভাঙ্গিলেক মহাসত্ৰ কুকুৰাবাসীত।
জেষ্ঠৰ মাসত কৃষ্ণা অষ্টমী তিথিত ॥১১৬৬
তাবেপৰা ভক্ত নভৈলেক এক ঠাই।
মিশ্ৰদেৱ আনো ভক্ত ফুৰিলা লুকাই ॥
নানা থানে ফুৰি পাছে দেৱৰগ্ৰামত।
আছন্তে দেখিলা এক দুৰ্জ্জনে সাক্ষাত ॥১১৬৭
সিটো দুষ্ট দ্ৰোহী সদা মঠা ব্ৰাহ্মণৰ।
তাত কোপে দিলা গৈয়া ৰাজাত গোচৰ ॥
মঠা দ্বিজে বিপ্ৰ দেৱ-ৰাজাৰ গ্ৰামত।
থৈয়া আছে মই দেখাই দিবোহো সাম্প্ৰত ॥১১৬৮
শুনি ৰাজা গুপ্তে পৰীক্ষিতক পাঠিলা।
পৰীক্ষিতো পায়া গৈয়া সকলে কহিলা ॥
নৌকাত তুলিয়া পাছে ৰাজঘৰে নিলা।
ভাল কৰি থৈয়ো বুলি ৰাজায়ে পাঠিলা ॥১১৬৯
নিয়ন্তে পথত আৰো ৰাজাৰ থানত।
প্ৰজা অনুৰাগে বড় কহিবোহো কত ॥
নিলে মাত্ৰ ৰাজা তাঙ্ক পুছিবে নপাইলা।
ঈশ্বৰ-ইচ্ছাত তৈতে কপৰা পৰিলা ॥১১৭০

কুকুৰাবাহী সত্ৰ ভাঙিলে, ৰংপুৰত মিশ্ৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণ

পত্নীক বোলন্ত মোৰ দেহা পৰিবেক।
অন্তেকে ইটো বালগুটি ৰহিবেক ॥
যত্ন কৰি ইহাঙ্ক পঢ়াইবি ভালমতে।
সন্ত-ধৰ্ম্ম ইহান্ত ৰহিব পূৰ্ব্বৱতে ॥১১৭১
এহি বুলি আশীৰ্ব্বাদ দিলন্ত বিস্তৰ।
আনকো শিখাইলা কহি শাস্ত্ৰ পূৰ্ব্বাপৰ ॥
কোনোজনে কৃষ্ণত ভকতি নেড়িবাহা।
মোৰ দুখ দেখি জানো বিমন কৰাহা ॥১১৭২
ভকতে পাঠকচন্দ্ৰ মুখে সুধিলেক।
জয়হৰি বাপুক পুত্ৰক ৰখাইলেক ॥
শাস্ত্ৰ-মত তুলি আনি বহু শিক্ষা দিলা।
পূৰ্ব্ব সাধু সমস্তৰো দুখক কহিলা ॥১১৭৩
ভৈলেক উথান একাদশী আলোপত।
দেহ-ত্যাগ হুইব হেন মানিলা মনত ॥
ৰাম-কৃষ্ণ নাম সদা নেড়িলা মুখত।
মন নিৱেশাইলা কৃষ্ণ-পদ-পঙ্কজত ॥১১৭৪
দেৱ গোপালৰ পদ-ৰেণু শিৰে ধৰি।
দেহ এড়ি চলি গৈলা বৈকুণ্ঠনগৰী ॥
বহু ভকে সত্ৰ এড়ি আৱৰি আছিলা।
শোকে মৰ্ম্ম দহে ঘনে হৰিক স্মৰিলা ॥১১৭৫
দেহাক দহিয়া পাছে কাৰ্য্যক কৰিলা।
যথাযোগ্যে বেদ-বিহিতক আচৰিলা ॥

তানে পতিব্ৰতা পত্নী শান্তি সুচৰিতা।
বিস্তৰ কান্দিলা শোকে কন্দলি-দুহিতা ॥১১৭৬
ৰামকৃষ্ণ নাম যিটো আছন্ত তনয়।
তেহে পুত্ৰ শোক তাপ দুঃখ নজানয় ॥
ৰাজপত্নী দুইকো নিয়া সৰ্ব্বথা পালিলা।
জগতৰ লোকে শোকে বিস্তৰ কান্দিলা ॥১১৭৭
অসম দেশৰপৰা বেহাৰ পৰ্য্যন্তে।
দেশে দেশে অনেক কান্দিলা সাধু-সন্তে ॥
বৎসৰ দশেক পালিলন্ত সত্ৰ শাল।
যেন আছে সেহি দেৱ শ্ৰীমন্ত গোপাল ॥১১৭৮
মিশ্ৰদেৱ গৈল লোক দিনতে আন্ধাৰ।
হা মিশ্ৰবাপু বুলি সঘনে কোকাৰ ॥
ৰামহৰি নিৰঞ্জনে অস্থিক নিলন্ত।
গঙ্গাত লগায়া ব্ৰহ্ম-ভোজ কৰাইলন্ত ॥১১৭৯

লড়িগোসাই জয়হৰিদেৱৰ সন্তত ভক্ত সকল : ৰজাঘৰীয়া অনুগ্ৰহ

এহিমতে যেৱে ভাগৱত মিশ্ৰ গৈল।
সূৰ্য্য বিনে যেন অন্ধকাৰে লোক ৰৈল ॥
নাহিকে সত্ৰৰ থিতি অধিকাৰী নাই।
জয়হৰিদেৱ বা গৈলেক কোন ঠাই ॥১১৮০
জানি আছে মাত্ৰ লোকে আছন্ত এড়াই।
সেৱা' কৰিবাক প্ৰতি বিচাৰি নপাই ॥
অসুখ-অশান্তি ভৈল মনত লোকৰ।
পাছে কিছো শান্ত ভৈল ৰাজাৰ জগৰ ॥১১৮১

কতোদিন অনন্তৰে দেৱ জয়হৰি।
বিদিতে ফুৰিবে লৈলা কিছো কিছো কৰি ॥
কতো কতো ভকতে আসিয়া লাগ লৈল।
কতো কতো আজ্ঞা ধৰি দেশে দেশে ৰৈল ॥১১৮২
জয়ৰ নিমিত্তে একেখানে নথাকিলা।
গোবিন্দ ঠাকুৰ সমে ফুৰিবে লাগিলা ॥
যৈত যেহিদিন থাকে প্রসঙ্গ নেড়য়।
শাৰি শাৰি প্রজাগণ আসয় যায়য় ॥১১৮৩
দিনে দিনে বহুত সন্তাৰ আসি মিলে।
সবাৰে সন্তোষ হয় তাহাঙ্ক দেখিলে ॥
শ্যামবর্ণ তনু সদা মধুৰ বচন।
নাহি স্বীয় পৰ সাধু পৃথিৱী-সহন। ১৮৪
নাহি দম্ভ দর্প অতি মনে অহঙ্কাৰ।
গুণৱন্ত সমস্তক কৰে সতকাৰ ॥
দানে মানে ভাৱে বাক্যে সকলে তুষিলা।
তাঙ্ক কেহো জনে অসূয়াদি নকৰিলা ॥১১৮৫
দেৱগোপালৰ পুত্র মানি সর্ব্বজনে।
প্রণামিলা পৰি পৰি কায়-বাক্য-মনে ॥
যুথে যুথে প্রজা নিতে হৰিক ভজয়।
যথাযোগ্য মিথ্যা বোধ সকলে লজয় ॥১১৮৬
এহিমতে আনো নানা বহুত গুণক।
সংক্ষেপ পদত তাক কহিবো কতেক ॥

সঙ্গত থাকিলা সদা বহুত ভকত।
মিশ্ৰদেৱ-পুত্ৰ-পত্নী আছিল সঙ্গত ॥১১৮৭
শ্ৰৱণি মহন মধুসূদন ভণ্ডাৰী।
দুই পশুৰাম হৰিচৰণ মুৰাৰি ॥
বিষ্ণু ভৱানন্দ হৰিবল্লভ লক্ষ্মণ।
ৰঘুপতি নৰোত্তম মধুযেস্‌দন ॥১১৮৮
কানু নিত্যানন্দ জয়ানন্দ জয়হৰি।
আনো ভক্ত ব্ৰাহ্মণ ধৰ্মাদি কৰি ॥
তাঙ্ক সেৱা কৰি স্থুৰে হৰি-সেৱা-ৰত।
মোৰো ভাগ্য কিনো আছিল পুৰ্ব্বত ॥১১৮৯
তাৰ যলে মঞি দুখিতক কৃপা কৰি।
পিতামহ মাতামহ গুণক সুমৰি ॥
অশ্বক্ৰান্ত হস্তে মোক পঢ়িবাক দিলা।
বনমালীদেৱৰ সঙ্গত পুনু থৈলা ॥১১৯০
তাহান আজ্ঞাত থাকি দেৱৰ সঙ্গত।
শ্ৰীভাগৱত পাইলো তাহান ৰথত ॥
পুনু আনি দাস কৰি থৈলন্ত সঙ্গত।
শ্ৰীভাগৱত কহি আছিলো সত্ৰত ॥১১৯১
বামুণৰ বিপ্ৰ আৰো ভকতচৰণ।
পদপাঠ ক্ৰমে শুনাইলেক দুয়োজন ॥
এমনে আছিলা বহু কাল ঠাই ঠাই।
বৃদ্ধ ৰাজা মৰিলেক ভাদ্ৰ মাস পাই ॥১১৯২

ৰাজাৰ কুমৰ ৰাজা ভৈলেক ভকত।
নষ্ট ভৈল ভয় ব্যক্ত ভৈল ভক্ত যত ॥
ৰাজা গৃহ সজাই দিলা কুকুৰাবাসীত।
জয়হৰিদেৱ পাছে তাতে ভৈল স্থিত ॥১১৯৩
পূৰ্ব্বৱতে হাটী-বাটী ভৈল ভকতৰ।
মহা মহোৎসৱ ভৈল দেৱ গোপালৰ ॥
পাঠক দেউ নিৰঞ্জন বাপু সত্ৰাধিকাৰ : জয়হৰিদেৱ বৈকুণ্ঠী
জয়হৰিদেৱ তাতে নপৰা পৰিলা।
দেহা নৰহিব হেন আপুনি জানিলা ॥১১৯৪
আপুনাৰ নিজ অংশ লক্ষ্মীনাৰায়ণ।
তাঙ্কে সত্ৰ দিবো হেন কৰিছিলা মন ॥
কিন্তু অল্প বয়স ধৰিবে নপাৰয়।
আছে ৰামকৃষ্ণ মিশ্ৰদেৱৰ তনয় ॥১১৯৫
তাহানো তনয় কথা দেখি গুণিছন্ত।
পাছে হেন নিশ্চয় কৰিয়া বুলিলন্ত ॥
নিৰঞ্জন বাপু ভাগৱতত সুজান
ৰাজা প্ৰজা সকলো কৰয় তাঙ্ক মান ॥১১৯৬
পৰম গহীন ধীৰমতি মহাসন্ত।
সত্ৰ-অধিকাৰী যোগ্য তেহেসে হৱন্ত ॥
হেনয় নিশ্চয় কৰি ভকতে সহিত।
পাঠিলা ভকত তাঙ্ক আনিতে ত্বৰিত ॥১১৯৭
আসিলন্ত দূত দেৱ নিৰঞ্জন-ঠাই।
কহিলা সকলে কথা মাথাক দমাই ॥

শুনি দেৱ নিৰঞ্জন বাইৰাক উঠিল।
ভকতসকলো তান সঙ্গত চলিল ॥১১৯৮
বিলম্ব কৰিয়া নেন্ত ভকতে দেৱক।
দেহৰ অসুস্থ জানি তেহে বুলিলেক ॥
নপাইলেক আসি দেখো বাপু নিৰঞ্জন।
তেহে মতু পাস্তে যদি মিলয় মৰণ ॥১১৯৯
এহি মালাখানি দিবা তাহান শিৰত।
কহিবা তাহান আগে বাক্য হেনমত ॥
দামোদৰ গোপালাদি সন্ত সমস্তৰ।
আজ্ঞাপৰ অধিকাৰী সত্ৰ ঠাকুৰৰ ॥১২০০
যিটো ভাৰ আছিলেক এদিনা আমাত।
আজি সমস্তকে দিলো তাহান মাথাত ॥
সত্ৰ-ভকতক কৰিবেক প্ৰতিপাল।
হৰি-সেৱা প্ৰবৰ্ত্তাই ৰক্ষিবন্ত কাল ॥১২০১
এহি বুলি মৌন ভৈলা দেৱ জয়হৰি।
ভকত সকলো ৰহিলন্ত শোক কৰি ॥
মালাখান থৈলা নিয়া শৰাইৰ উপৰে।
ভকতসকলে নাম গান্ত নিৰন্তৰে ॥১২০২
সেহি সময়ত পৈয়া দেৱ নিৰঞ্জন।
পাইলন্ত ভকতগণো ভৈলা বন্দমন ॥
কহিলন্ত জয়হৰিদেৱৰ আগত।
থৰাইলন্ত মালাখানি তাহান হাতত ॥১২০৩

দেৱ নিৰঞ্জনে মাথা পাতি আছিলন্ত।
লভিদেৱে তান শিৰে মাথাক দিলন্ত॥
সাধু সমস্তৰ বাক্য আমি ধৰিছিলো।
আজি সমস্তক তযু শিৰে সমৰ্পিলো॥১২০৪
প্ৰতিপাল কৰিবা ভকত সমস্তক।
ধৰ্ম্ম পৰায়ণ হুয়া ৰাখিবা সত্ৰক॥
আৰো বহু বাক্য বুলি হৰি স্মৰিলন্ত।
সেহি বেলা ৰাজাৰ বচন শুনিলন্ত॥১২০৫
গোবিন্দ ঠাকুৰ সমে আউনিআটিত।
পাঠক গুৰুৱে সমে থাপিবো নিশ্চিত॥
মদনগোপাল সমে কুকৰাবাসিত।
বনমালী আতাক থাপিবো মোৰ চিত॥১২০৬
এহি দুই কাৰ্য্য যদি মোৰ সিজিলেক।
তেৱে ৰাজপদ জীৱ সাফল হুইবেক॥
হেনয় শুনিয়া ভক্ত সকলো ৰহিলা।
পাঠকদেৱক সত্ৰ অধিকাৰ দিলা॥১২০৭
দেৱগোপালৰ দেহ গৈল যিটো থানে।
তাৰ সমীপত ৰহিলন্ত সাৱধানে॥
পূৰ্ব্ব ধৰি মনবাঞ্ছা আছিল বিস্তৰ।
দেৱগোপালৰ থানে দেহ এড়িবাৰ॥১২০৮
বাৰম্বাৰ বোলে মোৰ কুকৰাবাসীত।
থাকি দেহ এড়িবাক আছে মোৰ চিত॥

কুকুৰাবাসীক পাইলে সবে মোখ হয়।
বাত দেৱগোপালৰ দেহ পৰিহয় ॥১২০৯
মহন্তৰ মনবাঞ্ছা মিথ্যা নহৈলেক।
দেহ এৰিবাৰ সেহি থান লভিলেক ॥
পৰম বিশ্বাস কৰি কায়ে বাক্যে মনে।
দেৱ গোপালৰ বাক্য ধৰিলা যতনে ॥১২১০
বনমালীদেৱ আৰু দেৱ নিৰঞ্জনে।
দুয়ো পাশে সাবটি ধৰিলা দুয়োজনে ॥
লক্ষ্মীনাৰায়ণে ধৰি আছিলা পাৰত।
চাৰিপাশে নাম গাৱে সকলে ভকত ॥১২১১
ফাগুন মাসৰ শুক্লা অষ্টমী তিথিত।
দেহ এৰি থিত ভৈলা বৈকুণ্ঠপুৰীত ॥
লোহিত তীৰত দেহ দহিলা ভকতে।
লক্ষ্মীনাৰায়ণে কাৰ্য্য ধৰিলা সাম্প্ৰতে ॥১২১২
ৰৰৰক্কৰায়ে বহু সম্ভাৰ দিলেক।
বিধিৱতে সবে মহোৎসৱ কৰিলেক ॥
মুৰাৰিয়ে অস্থি নিয়া লগাইলে গঙ্গাত।
সেৱা জনাইলন্ত বলদেৱৰ সভাত ।১২১৩

আউনি-আটিত সত্ৰ-স্থাপন

পাছে ৰাজা গোবিন্দ ঠাকুৰ অনাইলেক।
সত্ৰ সাজি আউনিআটিত থাপিলেক ॥

নিৰঞ্জনদেৱ অধিকাৰী :

বিস্তৰ ভকত সমে নিৰঞ্জনদেৱ।
ৰহিলন্ত গোবিন্দদেৱক কৰি সেৱ ॥১২১৪

বনমালীদেৱ

মদন গোপাল সঙ্গে বিস্তৰ ভকত।
কুক্কুৰাবাহীত কুকুৰাবাসীত বৈলা ৰাজা-আদেশত ॥

তাৰ অধিকাৰী ভৈলা দেৱ বনমালী।
থাকিলন্ত সবে ভকতৰ আজ্ঞা পালি ॥১২১৫
যেন দুই গোটা সূৰ্য্য গগন-মণ্ডলে।
জগতকে প্ৰকাশ কৰিয়া আতি জ্বলে ॥
সেহিমতে দুয়ো মহা শুদ্ধ ব্ৰহ্মচাৰী।
আতিশয় তেজস্বী পণ্ডিত সত্ৰ-ধাৰী ॥১২১৬
দেৱগোপালৰ পদ-ৰেণুৰ বলত।
বহু ভক্ত সন্ত ভৈলা মহাভাগৱত ॥
এহিমতে কতদিন যেৱে বহি গৈলা।
ৰাজা প্ৰজা বহু ভক্ত সৱাৰে ৰঙ্গ ভৈলা ॥১২১৭
ৰাজা সমে বৈষ্ণৱত লৈয়া অনুমতি।
বনমালীদেৱ গৈলা পছিমক প্ৰতি ॥
নিৰঞ্জনদেৱে পাছে কান্দিলা বিস্তৰ।
তেহে গৈলা মঞি আৰে ভৈলো একেশ্বৰ ॥১২১৮
পাঠকদেৱৰ কতো নিৰ্ভয় ভৈলেক।
ৰাজা প্ৰজা পাত্ৰ মন্ত্ৰী বশ্য কৰিলেক ॥
যাৰ তেজে সৰ্ব্বলোকে কম্পিয়া আছিলা।
দিনে দিনে বহুতৰ সম্ভাৰ মিলিলা ॥১২১৯
মহা ম্লেচ্ছগণে আসি হৰিক ভজিলা।
অনেক দেশত যাৰ যশস্যা কহিলা ॥
ধন জন সম্পত্তি ভৈলেক বহুতৰ।
হাতী-বাটী নাম-গৃহ আতি আড়ম্বৰ ॥১২২০

মহা সত্ৰ ভৰিয়া বহুত ভকতৰ।
নামৰ ধ্বনিত মন হৰে জগতৰ॥
নাম-অৱসানে বসি সত্ৰৰ মধ্যত।
দেৱনিৰঞ্জনে কহে শ্ৰীভাগৱত॥১২২১
কণ্ঠ কোকিলৰ ধ্বনি নানা সঙ্ক তুলি।
কহন্তে শুনিয়া সৰ্ব্বলোক যাই ভুলি॥
কমললোচন দ্বাৰকাক আদি কৰি।
বহুত ভকতে শুনি থাকে তাক বেৰি॥১২২২
নিৰপেক্ষ মহাশুদ্ধ সৱে ব্ৰহ্মচাৰী।
সৰ্ব্বকালে অহৰ্নিশে হৰি-সেৱা কৰি॥
বিচাৰে চতুৰ ভাগৱত ৰস পাই।
প্ৰসঙ্গ কৰন্তে ক্ষণ-প্ৰায় দিন যাই॥১২২৩
পাঠকদেৱৰ কালে মহিমা যতেক।
সংক্ষেপ পদত তাক কহিবো কতেক॥
ৰাজসম বিভূতিক তৃণ সম মানি।
হৰি-সেৱা মাত্ৰ কৰিছিলা সত্য জানি॥১২২৪
অত্যন্ত উদাস সদা হৰিৰ সেৱাত।
মুখে নাম হৰি-পদ নেভন্ত হিয়াত॥
বিচাৰে চতুৰ হৰি-সেৱা ৰস মানি।
বহু কাল আছিলন্ত মহা সত্ৰ পালি॥১২২৫
শুনিলাহা সভাসদ সন্তৰ কথাক।
বিষ্ণু বৈষ্ণৱক একে লগে দেখিবাক॥

সেহি মতে দেৱ গোপালৰ ভৃত্যগণ।
গোপালদেৱৰ যেন দ্বিতীয়া চৰণ ॥১২২৬
তাসম্বাৰ কথা দেৱ গোপাল চৰিত্ৰ।
মনে মানি সৱে শুনিয়োক একচিত্ত ॥
নমো বংশীগোপাল কৃপাল গুণশালী।
তব ভৃত্য সঙ্গে থাকিয়োক আজ্ঞা পালি ॥১২২৭
শ্ৰীভাগৱতৰ সমুখে কৃষ্ণ নাম।
পাইবো যেনমতে সৱে বোলা ৰাম ৰাম ॥

## ছবি

বেহাৰত দামোদৰ-দেৱৰ অন্তিম লীলা

এহিমতে ইদেশত দেৱ গোপালৰ সত্ৰ
সম্প্ৰদায় মহন্ত শুনিলা।
শুনা আৰে বেহাৰত দেৱ দামোদৰ সত্ৰ
যত সাধু সম্প্ৰদায় লীলা ॥১২২৮
দেৱ বংশীগোপালৰ হিত চিন্তি জগতৰ
প্ৰসঙ্গক নিয়ম কৰিলা।
তাক দেখি ভক্তগণে পৰম বিশ্বাস মনে
দেশে দেশে প্ৰবৰ্ত্তি ৰহিলা ॥
যাৰ যশ ৰাশিচয় বহু দেশে প্ৰকাশয়
সূৰ্য্য যেন কেড়ি অন্ধকাৰ।
বহুত পণ্ডিতগণে যাক দেখিলাত মনে
ভয় হয়া এড়িলে বিচাৰ ॥১২২৯
যাৰ আজ্ঞা শিৰে ধৰি ইদেশত সত্ৰ কৰি
দেৱ গোপালেও ৰহিছিলা।

ভাগৱত ভট্টাচাৰ্য্য দেৱে যাৰ পদ সেৱি
সূৰ্য্য যেন প্ৰকাশ কৰিলা ॥
লোহিতৰ দুয়ো পাৰ্শ্বে কামৰূপ দেশ মধ্যে
যাৰ আজ্ঞা ধৰিয়া শিৰত ।
সন্ত ভূষণ আদি বহু সাধু অপ্ৰমাদী
ভক্তি কথাই তাৰিলা জগত ॥১২৩০
সেহি দেৱ দামোদৰ বৰপেটা নগৰৰ
পৰা গৈয়া বেহাৰে ৰহিলা ।
লক্ষ্মীনাৰায়ণ ৰাজা আগ বাঢ়ি দিয়া পূজা
কৰি যাক সত্ৰ সাজি দিলা ॥
সঙ্গত বহুত ভক্ত হৰি-সেৱা-অনুৰক্ত
হয়া আছিলন্ত সৰ্ব্বদায় ।
এেকেক ভকতে যেন জগতক তাৰে হেন
স্বভাৱতে হৰি তুষ্ট যাই ॥১২৩১
ভাগৱত পঞ্চাননে প্ৰাতসৰ পাঠ কহে
পৰবেলা বলদেৱে কহে ।
শ্ৰীদামোদৰদেৱে আসি সৱে মহন্তৰ
শুনি প্ৰেমে চক্ষু-নীৰ বহে ॥
হৰি-সেৱা বিনে আন দেহ-নিৰ্ব্বাহকো প্ৰতি
কিঞ্চিতেকো যত্ন নকৰিলা ।
ঈশ্বৰৰ প্ৰসাদত দেহা-নিৰ্ব্বাহক যত
দ্ৰব্য আসি থানতে মিলিলা ॥১২৩২

পূৰ্ব্বে দেৱ দামোদৰে ত্ৰিকালতে ভক্তি ধৰে
একদিনা আছে নিৰাহাৰে।
ভভো কাভো নকহয় বিত্ত কিছো নাহিকয়
আশা মাত্ৰ সেৱাত কৃষ্ণৰে ॥
এক গৃহী ব্ৰাহ্মণৰ দ্ৰব্য আছে বহুতৰ
ধান্য সমে সৰিস কপাস।
স্বপ্নত ব্ৰাহ্মণে তাক বোলে কৰা মোৰ বাক
যায়ো তঞিও দামোদৰ পাশ ॥১২৩৩
কিছো মাত্ৰ গৃহে থৈবি সৱেখানি বস্তু লৈবি
দিবি নিয়া দামোদৰ হাতে।
নেদ যদি কহো তঞিও গৃহকো পুড়িবো মঞিও
পাছে দুখ লভিবি সাক্ষাতে ॥
জাগি বিপ্ৰে ডৰিলেক পাশে গৈয়া কহিলেক
শ্ৰীশঙ্কৰতো প্ৰেম কৰি।
শঙ্কৰে বিস্ময় হয়া প্ৰেমে বহু লোক দিয়া
জোৰাই নিয়া দিয়াইলা সাদৰি ॥১২৩৪
দামোদৰ-চৰণত কৰি বহু দণ্ডৱত
স্বপ্ন কহি বহু দ্ৰব্য দিলা।
দামোদৰদেৱে তাক বুলিলন্ত প্ৰিয় বাক
দ্ৰব্যাসৱ গ্ৰহণ কৰিলা ॥
শ্ৰীমন্ত শঙ্কৰে পাছে মাধৱক স্বপত্নীক
সজ্জন-পৰিহ পৰিহিলা।

আমঠৈৰ দ্ৰব্য ধন বাধা কিনো প্ৰয়োজন
দামোদৰ গুৰুক নিদিলা ॥১২৩৫

যিটো গুৰু দামোদৰ সদা হৰি-সেৱ-পৰ
হুয়া হৰি বশ্য কৰিলেক।
এতেকেসে আৰু হৰি কৃপা বহুতৰ কৰি
স্বপ্ন দিয়া বিত্ত দিয়াইলেক ॥

ইহান সঙ্গত সুখে বহু লোক নিস্তৰিব
পাছতো তৰিব মত ধৰি।
এতেকে বোলোহো আমি পাৰা যে গৃহিণী তুমি
আৰু সেৱা কৰিবা সাদৰি ॥১২৩৬

স্বভাৱে ব্ৰাহ্মণ সেৱ্য এহি পুনু মহাজন
বিশেষ কৰিয়া মানিবাহা।
যিবা পাৱা দ্ৰব্য-জাতি তাকো দিয়া প্ৰেমে আতি
মধ্যে মধ্যে সেৱা কৰিবাহা ॥

শঙ্কৰদেৱৰ বাক্য শিৰোগত কৰি মানি
পত্নী আতি মাধৱে সাদৰি।
আসি আসি প্ৰেমভাৱে দেৱদামোদৰ-পাৱে
যান্ত নমস্কাৰ কৰি কৰি ॥১২৩৭

তাৰপৰা নিৰন্তৰে আসি আসি বহুতৰে
দেৱ দামোদৰক ভজিলা।
বহুতৰ দ্ৰব্য দিয়া হৰিত্ত শৰণ লৈয়া
মহিমাকো বিস্তৰ দেখিলা ॥

একদিনা একজনে নৈৱেদ্য কৰিয়া মনে
খুজি শালগ্ৰামক নিলেক।
পাছে দেৱ দামোদৰে মণিকূট-অভ্যন্তৰে
পুস্তকতে পূজা কৰিলেক॥
দেৱৰীয়ে হুপৰত ফুল দেখে আসনত
চাকি পাত্ৰ এক লেশো নাই।
দেৱত কহিলে কথা দেৱে বোলে গৈল যথা
জানিলো গৈলেক আন ঠাই॥
ভকতে বোলয় দেৱ আন নোসোমাই কেৱ
কোনে কৈক নিলে কহিয়োক।
দেৱে বোলে শালগ্ৰাম নিলে নৈৱেদ্যৰ থান
যায়ো লাগে প্ৰমাণ লৈয়োক॥১২৩৯
শুনিয়া আশ্চৰ্য্য কথা ভকতেও গৈয়া তথা
নৈৱেদ্য থানত কহিলেক।
নৈৱেদ্য কৰোক চাই ছয়ো চাকি একে ঠাই
আছে দেখি বিস্ময় ভৈলেক॥
দেখুৱাই সমস্তক সৱে দেখি আশ্চৰ্য্যক
বিস্ময়ত্তে হৰি-ধ্বনি কৰি।
দেৱ দামোদৰ সন্ত হৰি বশ্য কৰিলন্ত
জানিলোহো হা হা হৰি হৰি॥১২৪০
ৰাজা প্ৰজা পাত্ৰগণ সেৱা কৰিবাক মনে
প্ৰসঙ্গৰ বেলা যদি আসে।

ভাসৱাক চাই থাকে নপাৰয় মাত্তিবাকে
অপৰাধ হয় বুলি তাকে ॥
প্ৰসঙ্গৰ অৱসানে প্ৰণামিয়া সাৱধানে
তেৱে সৱে যাই নিজ থান।
আশীৰ্ব্বাদ প্ৰশ্নোত্তৰ কৃপা-দৃষ্টি আত পৰে
লোকে নপাই বহু বাক্য আন ॥১২৪১
ৰাত্ৰি দিনে সৰ্ব্বদায় কৰ্ণে মুখে ছেদ নাই
হৰি-ৰসে আকুল সদায়।
বিভৱ সম্পত্তি মানে তুচ দেখি সাৱধানে
থাকে যদি কৃষ্ণ-পদ পাই ॥
কতেক কহিবো আমি দেৱ দামোদৰ-গুণ
যাক দেখি তৰে ত্ৰিজগত।
শ্ৰীশঙ্কৰেও যাক মহিমা দেখিয়া আতি
প্ৰশংসিলা বিস্তৰ পূৰ্ব্বত ॥১২৪২
সপ্ত কুৰি বৎসৰত বৃদ্ধ কালে বৈশাখত
শুক্লা প্ৰতিপদ তিথি পাই।
সৱে বৈষ্ণৱৰ আগে বুলিলন্ত মহাভাগে
পূৰ্ব্বাপৰ ৰাখি সৰ্ব্বদায় ॥
শুনিবা বৈষ্ণৱচয় এহি যদি সত্ৰ বয়
বৈষ্ণৱসকলে থাকে আত।
তেৱে বলোৰাম আতা ভাগৱত শুনাইবাহা
মহাভাগ মিলিব তোমাত ॥১২৪৩

শৰণ ভজন যাক ধৰি আছো আমি বাক
বান্ধনি পৰমানন্দ লৈবা।
যদি মহাভাগ্য বশে
তেৱে তুমি সাৱধানে কৈবা ॥
সত্র-অধিকাৰ পদ সকলে তোমাৰ ভৈল
কিন্তু তাৰ নিয়ম যতেক।
পূৰ্ব্বতো বুলিছো আমি সকলে এখণো তাক
ডাঙ্গৰ আতায়ে কৰিবেক ॥১২৪৪
এহিমতে শিক্ষা দিয়া কৃষ্ণ-পদে মন থৈয়া
নাম ধৰি দেহ এড়িলন্ত।
পাছে দেহ দাহ কৰি বিধিমতে কাৰ্য্য কৰি
ছয়ো দেৱে সত্র ধৰিলন্ত।
বলদেৱ সমন্বিতে বান্ধনিদেৱৰ চিতে
বলৰামদেৱ আক বান্ধনি পৰমানন্দ-দেৱ
কিঞ্চিতেক আত নলাগিল।
অন্যো অন্যে দুইহন্তৰে প্ৰীতিতেসে নিৰন্তৰে
বহু কাল ক্ষণপ্ৰায় নিল ॥১২৪৫
বৃহত কায়স্থ আতা ডিমৰুৱা বৰহৰি
বৰআতা কমলাকান্তৰ।
নিত্যানন্দ সনাতন পদ্মপানী নিৰঞ্জন
আদি আনো মহন্তসৱৰ ॥
নাহি নিত্যানন্দ ভেদ প্ৰসঙ্গত অবিচ্ছেদ
দুইগুৰুক আৱৰি আছিলা।

তাসম্বাৰ নিৰীক্ষণে অনেক দেশৰ জনে
কৃত-কৃত্য মনত মানিলা ॥১২৪৬
দেৱ বলোৰামে নিতে দুহি ভাগৱতামৃত
পিয়াৱন্ত সমস্তে ভকতক।
তাক পিয়া ভক্তগণে সমস্তকে তেজি মনে
যেন পায়া থাকে বৈকুণ্ঠক ॥
বৃহন্ত শৰীৰ আতি গৌৰাঙ্গ-বৰণ কান্তি
বলদেৱ থাকন্ত বসিয়া।
অত্যন্ত তেজস্বী যাক দেখি হয় তর্কবাক
সর্ব্বজনে থাকয়,কম্পিয়া ॥১২৪৭
মহাযোগী উৰ্দ্ধৰেতা নিৰপেক্ষ মহাবক্তা
যেন শুক মহাধর্ম্মশালী।
দানী মানী সন্ত শিষ্ট বৈষ্ণৱসবৰ ইষ্ট
হিত-দাতা ধর্ম্ম-প্রতিপালী ॥
কতেক কহিবো আমি শ্রীবলদেৱৰ গুণ
যাৰ যশ অনেক দেশত।
মহন্তসকলে কহে যেন গঙ্গা-নীৰ বহে
যাক শুনি তৰে লোক যত ॥১২৪৮
তেমনে ৰাহুনিদেৱ শ্রীদামোদৰ-সেৱ
কৰি শ্ৰদ্ধাময় ধৰ্ম্ম-নিষ্ট।
কৃষ্ণ-কথা-ৰসে যাৰ জীৱন-সর্ব্বস্ব সাৰ
উৰ্দ্ধৰেতা শান্ত দান্ত শিষ্ট ॥

এহিমতে বহুকাল মহাসত্ৰ প্ৰতিপাল
কৰি দুয়ো দেৱ আছিলন্ত।
দামোদৰৰ বেহাৰ সত্ৰত বনমালীদেৱ
পূৰ্ব্ব দেশ মধ্যে যাই সেহি মহাসত্ৰ পাই
বনমালীদেৱ ৰহিলন্ত ॥১২৪৯
দুয়ো দেৱে তাঙ্ক পাই বিস্তৰ আনন্দ লভি
মহাস্নেহ কৰি ৰাখিলন্ত।
আলচিয়া ভক্তে মিলি তাঙ্কে সত্ৰ দিবো বুলি
এক ঠাই এড়িয়া দিলন্ত ॥
দুয়ো মহন্তৰ বাণী শুনি মহাভাগ্য মানি
মহানন্দ লভিয়া মনত।
দুয়ো মহন্তক সেৱ কৰি বনমালীদেৱ
থাকিলন্ত বেহাৰ সত্ৰত ॥১২৫০
পৰ বেলা ভাগৱত দেৱ বনমালী কহে
পুৰা বেলা কহে বলদেৱ।
ৰাম্ভনিদেৱ আদি যত সাধু অপ্ৰমাদী
আৰৰি শুণয় কৰি সেৱ ॥
দুই শত বৈষ্ণৱৰ নাম ধৰি কীৰ্ত্তনৰ
গগন চাপিয়া প্ৰলম্পায়।
চাপৰি-তালৰ ছন্দে বৈষ্ণৱৰ পয়োভৰে
মহীকো যেহেন হিন্দোলয় ॥১২৫১
সৱে ব্ৰহ্মচাৰী শুদ্ধ পৰমাৰ্থী মহাবুদ্ধ
সদা হৰি সেৱাত চতুৰ।

শান্ত-দান্ত সমচিত্ত হৰি-সেৱা-ৰসে বিত্ত
মনে নৈলা আন কৰি দুখ ॥
তাসম্বাৰ স্বভাৱক হৰি সেৱা-প্ৰসঙ্গক
স্মৰি স্মৰি অনেক মহন্তে ।
দেশে দেশে সত্ৰ কৰি
থাকে হৰি সেৱা প্ৰৱৰ্ত্তন্তে ॥১২৫২
যিটো সত্ৰ-মহিমাক শুনি শুনি দেখিবাক
নানা দেশী বহু ভক্ত যাই ।
সেৱা কৰি সাদৰিয়া নিৰ্ম্মাল্য প্ৰসাদ লৈয়া
আসে পুনু বহু-গুণ গাই ॥
সেহি নিৰ্ম্মাল্যৰ কণা লভে যিটো যিটো জনা
তাসম্বাৰো আনন্দ আপাৰ ।
কৃতাৰ্থ ভৈলোহো মানি বুলি নানা স্তুতি-বাণী
আনন্তাকো কৰে সতকাৰ ॥১২৫৩
সেহিতো বেহাৰ সত্ৰে দুয়ো দেৱ সমষিতে
বৈষ্ণৱসৱক সেৱা কৰি ।
দিলা বস্তু অপৰ্য্যন্ত বনমালীদেৱ সন্ত
বিষ্ণু-বৈষ্ণৱৰ প্ৰীতি ধৰি ।
বলদেৱৰ বৈকুণ্ঠ-প্ৰয়াণ একদিনা বলদেৱে বান্ধনি গোসাঁই সমে
যথাযোগ্যে কাৰ্য্য আলচিলা ।
দেৱদামোদৰ-উপ- যোগ্য-শেষ দ্ৰব্য দিয়া
অভিষেকি অগ্ৰ পূজা দিলা ॥১২৫৪

বলোদেৱে বোলে আমি মনে চিন্তা কৰিছিলো
আমাৰ পাছত কোনজনে।
বৈষ্ণৱৰ মন পূৰি ভাগৱত ব্যাখ্যা কৰি
থাকিবেক সত্ৰক ধৰণে ॥
কিনো আমাসাৰ ভাগ্য কৃষ্ণেসে পৱাইলা লাগ
বনমালী আতাক আনিয়া।
এহে মহা গুণৱন্ত ধৰিবাক পাৰিবন্ত
বৈষ্ণৱক পালন কৰিয়া ॥১২৫৫
যিটো ভাগৱত শাস্ত্ৰ বহু কাল পঢ়িলেক
কতো পাৰে কতো নপাৰয়।
এহে কিনো তপসাইলা তাক নপঢ়িয়া লৈলা
সিংহ যেন ব্যাখ্যাক কৰয় ॥
ভাগৱত-ব্যাখ্যা যিটো অখণ্ড ঐশ্বৰ্য্য ইটো
কৃষ্ণৰেসে কৃপাত লভিলা।
বালকতে যাৰ শিৰে কৃষ্ণো কৰি বংশীধৰে
হস্ত দিয়া আশীৰ্ব্বাদ দিলা ॥১২৫৬
পূৰ্ব্বে আসি ৰহিলন্ত কতো কাল আছিলন্ত
ভাগৱত মিশ্ৰেসে নিলন্ত।
কৃষ্ণে পুনু আনিলন্ত আৰে আসি ৰহিলন্ত
ভাগৱত কহি ৰহিবন্ত ॥
পূৰ্ব্বে দামোদৰদেৱে আমাক দিলন্ত পাঠ
এত কাল পঢ়িয়া আছিলো।

আৰে সিটো আজ্ঞাচয় যেমনে পাছতো বয়
বনমালী আতাকেসে দিলো ॥১২৫৭

দেৱদামোদৰ-বাণী সন্ত-সম্প্ৰদায় জানি
অত্যন্ত বিশ্বাস কৰিবাহা ।
বৈষ্ণৱসৱক মনে আদৰিয়া সৰ্ব্বক্ষণে
ভাগৱত শুনাই থাকিবাহা ॥

এহিমতে আনো শিক্ষা দিয়া তাঙ্ক বলদেৱে
আশ্বিনত কৃষ্ণা পঞ্চমীত ।
চলি গৈলা বৈকুণ্ঠক সেৱা কৰি ঈশ্বৰক
ৰহিলা বৈষ্ণৱ-মণ্ডলীত ॥১২৫৮

বান্ধনি পৰমানন্দদেৱৰ বৈকুণ্ঠী : বনমালীদেৱৰ সত্ৰাধিকাৰী

পাছত পৰমানন্দ- দেৱক কৰিয়া সেৱ
বনমালীদেৱ ৰহিলন্ত ।
ছয়ো পাঠ ভাগৱত ব্যাখ্যা কৰি প্ৰসঙ্গত
বৈষ্ণৱসৱক শুনাইলন্ত ॥

কতো কাল গৈল যেৱে বান্ধনিদেৱৰ তেৱে
বৈকুণ্ঠে যাইবাৰ কাল ভৈল ।
পূৰ্ব্ব সাধু-সম্প্ৰদায় ৰহে যেন সমুদায়
তেনমতে বুলিবাক লৈল ॥১২৫৯

শুনা সৱে সাধু লোক দেৱ দামোদৰে মোক
সত্ৰ-অধিকাৰ দিয়া গৈল ।
বলৰাম আতা সমে এক-প্ৰাণ প্ৰীতি ক্ৰমে
মহাসুখে এতকাল গৈল ॥

বলদেৱ চলি গৈল আমাসাৰ কাল ভৈল
আৰে দেৱদামোদৰ-বাণী।
মোৰ শিৰ হস্তে আজি বনমালী আতা-শিৰে
দিলো মঞি সবে থাকা জানি ॥১২৬০

দেৱদামোদৰ-সত্ৰ- অনুৱৰ্ত্তী যত যত
সন্ত আছে অনেক দেশত।
দেৱদামোদৰ-বাণী মানে যদি সত্য জানি
সবে বৈৰ আতাৰ হাতত ॥
পূৰ্ব্বাপৰ অনুসৰি আতাৰ বাক্যক ধৰি
প্ৰৱৰ্ত্তি থাকয় যত যত।
সমস্তে আমাৰ হয় যিটো এভে সিটো নয়
সত্য কৰি বোলো স্বৰূপত ॥১২৬১

বলদেৱে দিলা পাঠ আমাৰো বচন তাত
ছুয়ো কথা তুমি নেড়িবাহা।
সন্ত-সম্প্ৰদায় ধৰি শ্ৰৱণ-কীৰ্ত্তন কৰি
বৈষ্ণৱক প্ৰতিপালিবাহা ॥
এহিমতে আনো শিক্ষা দিলন্ত পৰমানন্দ-
দেৱে যত সন্তৰ সভাত।
তাক বনমালীদেৱে দণ্ডৱতে সেৱা কৰি
ধৰিলন্ত বিশ্বাসে হিয়াত ॥১২৬২

শ্ৰাৱণ মাসত শুক্লা দশমী তিথিত পাছে
থাকনি গোসাঞি চলি গৈলা।

বনমালীদেৱে পাছে ভক্ত সমে পূৰ্ব্বৱতে
সিটো ধৰ্ম্ম সুখে ধৰিলন্ত ॥
মহন্তৰ সম্প্ৰদায় ৰক্ষা কৰি সমুদায়
বৈষ্ণৱসৱক পালিলন্ত ।
যাক পায়া ভক্তগণে আনন্দ লভিয়া মনে
ভাগৱত মিশ্ৰক দিলন্ত ॥১২৬৩
অযাচিতে বিত্ত পাই তাকে ভাজি পুৰি যাই
বৈষ্ণৱসৱত ভাগ্য মানি ।
দুখী ভিক্ষী পণ্ডিতৰ আনো লোক সমস্তৰ
সন্তোষিলা মন জানি ॥
বাদ কৰিবাক মনে আসিয়া পণ্ডিতগণে
সমুখ হুইবাকো নপাৰিলা ।
প্ৰেমনাৰায়ণ ৰাজা দেখি হয়া মহালজ্জা
পণ্ডিতক বিস্তৰ ভৎসিলা ।১২৬৪
অনেক দেশৰ যত মহা মহা পণ্ডিতক
জিনিয়া মতজি আসিলেক ।
মোৰ বেহাৰতো আসি পণ্ডিত নপাই হাসি
মোকো উপালম্ভ কৰিলেক ।
মঞি কহিলোহো পাছে বনমালীদেৱ আছে
নপঢ়িয়া কহে ভাগৱত ।
পদে পদে আড়ম্বৰে ভাৱে যুক্তি ব্যাখ্যা কৰে
প্ৰেম ভাৱ লগায়া হৰিত ॥১২৬৫

পুনু মোৰ বাক্য লই তাহান আনক গই
ভাগৱত ব্যাখ্যা কৰিলেক ।
আশ্চৰ্য্য মানিয়া মনে প্ৰশংসিয়া ঘনে ঘনে
বহু স্তুতি-নতি কৰিলেক ॥
আসি মোক বুলিলাহা সাধু সাধু কহিলাহা
বনমালীদেৱৰ মহত ।
যিটো বনমালীদেৱ তাহাক পঢ়ায়া কেৱ
ভঙ্গাইবেক নাহিকে লোকত ॥১২৬৬
যিটো মঞি বহু থানে ফুৰি ফুৰি বিদ্যমানে
মোৰ সম পণ্ডিত নাপাইলো ।
সেহি মোৰ আগে বসি সিংহ হেন মহাযশী
ভাগৱত কহয় দেখিলো ॥
তেহে যিটো ব্যাখ্যা কয় তাক আনে বুঝুঝয়
বেদাদি শাস্ত্ৰকো ঝোকাৰয় ।
মোৰ মহাভাগ্য ভৈল তাক দৰিশন হৈল
ৰাজা তোৰ ধন্য ভাগ্যোদয় ॥১২৬৭
এহি বুলি শ্ৰুতিধৰ পণ্ডিত বিস্ময় হুয়া
চলি গৈল আপুন দেশক ।
সেহি বনমালীদেৱ পাতাস্তা নাহিকে কেৱ
তভো বাদ কৰিবি কিসক ॥
এহিমতে ৰাজা পাছে পণ্ডিতসৱক নিন্দি
তাক সত্কাৰ কৰিলেক ।

আনো পাত্ৰ মন্ত্ৰী নৰে সাধু সন্ত নিৰন্তৰে
তাহান জয়ক ঘুষিলেক ॥১২৬৮

এহিমতে দামোদৰ- দেৱ মহা মহন্তৰ
জগত-বিজয় সত্ৰ-শাল।
বনমালীদেৱে তাক ধৰি মহন্তৰ বাক
সৰ্ব্বথা কৰিলা প্ৰতিপাল॥

সাধুসৱে বোলে ইটো বনমালীদেৱতে যে
শক্তি-বল যতেক আছয়।
দেৱগোপালৰ-পদ- ৰেণু সেৱিবাৰ বলে
সৱে থানে বুঝিবে লাগয় ॥১২৬৯

বালকতে আসি তেহে দেৱ গোপালৰ স্নেহে
সঙ্গতে আছিলা সৰ্ব্বকালে।
ভাগৱত কহে নিতে দেখি স্নেহে প্ৰেম চিত্তে
আশীৰ্ব্বাদ দিলন্ত গোপালে॥

সেহি আশীৰ্ব্বাদ বলে মহাগুৰু ধৰ্ম্মবলে
লভিলন্ত সকলে কুশল।
কান্দয় কৃষ্ণক ধৰি ভাগৱত ব্যাখ্যা কৰি
পাইলা হৰি-ভক্তি মহাফল ॥১২৭০

বনমালীদেৱে যথা পছিমে ৰহিলা তথা
পূৰ্ব্ব দিশে দেৱ নিৰঞ্জন।
হুয়ো সন্ত সূৰ্য্যবৰ গোপালৰ অনুচৰ
ৰৈল বন্দি জগতৰ মন॥

শুনা শুদ্ধ বুদ্ধ জন মহন্তৰ গুণগণ
পৰম পৱিত্ৰ আতি ৰস।
চাৱা সৱে মনে গুণি মহন্তৰ কথা শুনি
কোনজনে হুইবেক বিৰস ॥১২৭১
সন্তৰ কথাত যাৰ আতি প্ৰীতি বাঢ়ে তাৰ
ইহ পৰলোকে হিত হয়।
পৰম দেৱতা হৰি তাকে মোৰ বুলি ধৰি
কৃপা কৰি সদায় স্ফুৰয় ॥
অত্যন্ত বিশ্বাস কৰি সন্ত-বাক্য অনুসৰি
সেৱা কৰে সন্ত ঈশ্বৰৰ।
তাৰ হৰি বশ্য হয় কহিছন্ত কৃপাময়
আগত অৰ্জ্জুন উদ্ধৱৰ ॥১২৭২
ভাগৱত কথা নহে কিস লই কথা কহে
হেন বুদ্ধি হেলা সুবুৱাই।
সন্তৰ চৰিত্ৰ কহি প্ৰেমন্ত লোতক বহি
মহন্তৰো প্ৰেম চড়ি যাই ॥
শ্ৰীশঙ্কৰৰ কথা আতা মাধৱৰ কথা
দামোদৰ গোপালদেৱৰ।
আসাম্বাৰ মতধৰ আনো নানা মহন্তৰ
কথা আত আছয় বিস্তৰ ॥১২৭৩
শঙ্কৰ-মাধৱ-কথা পদ-বন্ধে লিখি আছো
দেখি মঞি আত নকহিলো।

সম্প্রদায়-প্রসঙ্গর মহন্তর অনুমত
কিছো মাত্র ইহাত লিখিলো ॥
উপ- বিষ্ণু-বৈষ্ণৱৰ যশ পৰম অমৃত ৰস
সংহাৰ মহা মহা মহন্তে পিয়য় ।
শৌনক বিদুৰ সুত শুক ব্যাস পৰীক্ষিত
তাসম্বাৰ বাক্য সাখী হয় ॥১২৭৪

দেৱ গোপালৰ কথা হয়া আছে যথা তথা
তাৰ ভালে ক্রম নজানিলো ।
পূর্ব্বে বৃদ্ধ সঙ্গীসৱে যি কহিলা কথা মোৱে
পদবন্ধে নিবন্ধিয়া থৈলো ॥
মোৰ কিছো নাহি প্রজ্ঞা বৈষ্ণৱসৱৰ আজ্ঞা
শিৰে ধৰি হৰিৰ কৃপাত ।
সন্তৰ চৰিত্র পদ কৰিলোহো সভাসদ
শুনি তুষ্ট হয়োক আমাত ॥১২৭৫

মূঢ়মতি অতি মন্দ দীন হীন ৰমানন্দ
বৈষ্ণৱত প্রতি আশা কৰি ।
শুণে শুনি সাধু লোক আশীর্ব্বাদ কৰা মোক
প্রার্থিলো চৰণে মনে ধৰি ।

## ছুলড়ি

নমো নন্দ সুত বেদৰো গুপুত
দেৱৰো দেৱতা হৰি ।

জগত উদ্ধাৰ কৰিলা ইবাৰ
দেৱকীত অৱতৰি ॥১২৭৬
কোটি কোটি বাৰে নানা অৱতাৰে
নিস্তাৰিলা বহুজন।
তভো মন্দভাগ নপাই তযু লাগ
লভিছো জন্ম-মৰণ ॥
মঞি মন্দ পাপী
তোমাৰ চৰণ কোল।
বিষয়ৰ বিষ লাগো অহৰ্নিশ
বাউল যেন ভৈলো ভোল ॥১২৭৭
পতিত-পাৱন কৰুণা-সাগৰ
দুখিত দীন-বৎসল।
অগতিৰ গতি হিতদাতা আতি
শুনিছো নাম সকল ॥
হে প্ৰাণ কৃষ্ণ তুমি মোৰ ইষ্ট
দেৱ বন্ধু প্ৰাণধন।
ইহ পৰলোকে তযু চৰণকে
কৰিছো এক শৰণ ॥১২৭৮
শৰণাগতক মই অধমক
নেড়িবা প্ৰভু ইবাৰ।
বৈষ্ণৱত প্ৰীতি সপ্ৰেম ভকতি
যহোক পাৱে ভকতি ॥

ৰাম কৃষ্ণ নাম যেন অবিশ্ৰাম
মোৰ মুখে নছাড়য় ।
বিষয়-বিৰক্তি প্ৰাণীত মিত্ৰতী
কৰায়োক দায়াময় ॥১২৭৯

কাম ক্ৰোধ লোভ অসূয়া মৎসৰ
দম্ভ দৰ্প ক্ৰোধ মহা ।
পৈশূন্য বিবাদ ধৰ্ম্মক উছাদ
পৰপীড়া প্ৰাণীদ্ৰোহ ॥
ইসব প্ৰমুখ্যে মনো বহু দুঃখে
পীড়িয়া মাৰে আমাক ।
নপাই আৰ ওৰ সংসাৰ দুৰ্ঘোৰ
পৰি ভুঞ্জো যাতনাক ॥১২৮০

ইসব নিকাৰ প্ৰসাদে তোমাৰ
যেৱে মোৰ দূৰ হয় ।
যদি প্ৰাণ বন্ধু কৰা কৃপা-বিন্দু
তুমি দেৱ কৃপাময় ॥
তোমাৰ কিঙ্কৰ শ্ৰীমন্ত শঙ্কৰ
মোৰ মহা হিতকাৰী ।
স্বপ্নত আসিয়া মোক দেখা দিয়া
দিলা আজ্ঞা উপকাৰী ॥১২৮১

এতেকে শঙ্কৰ দেৱতা আমাৰ
সদায় ৰতি বঢ়োক ।

তাহানে বাক্যত মোৰ মন চিত্ত
পশিয়া স্মৰি থাকোক ॥
যিটো শঙ্কৰৰ পৰত জগতে
কৰি আতি ৰতি-প্ৰীতি ।
ভজি লক্ষ্মীপতি লভিয়া ভকতি
বৈকুণ্ঠত হোৱে থিতি ॥১২৮২

হে বংশীধৰ তোমাৰ ভৃত্যৰ
ভৃত্যৰ কিঙ্কৰ মই ।
ঘোৰ সংসাৰত অনেক দুঃখত
বহুতাপে ফুৰো যাই ॥
মঞি দুখীয়াক যি বুলিলা বাক্য
তাকে স্মৰি আছো মনে ।
ইহ পৰলোকে নেড়িবাহা মোকে
তোমাৰ দুই চৰণে ॥১২৮৩

তোমাৰ মহত্ব অল্প বয়সত
মঞি পাপী নজানিলো ।
তুয়া পদ-দাস সেৱাৰ বলত
আৱেশে কিছো বুজিলো ॥
হে বংশীধৰ গোপাল কৃপাল
তোমাৰ গুণ-কীৰ্ত্তন ।
যি কিছো কৰিলো তোমাত অৰ্পিলো
ত্ৰৈলোক হুয়া প্ৰসন্ন ॥১২৮৪

সন্তৰ সভাৰ মধ্যত প্ৰচাৰ
কৰোয়াঁ আপুনি তাক।
যেমনে মহন্তে ইহাক শুনন্তে
আশংসা দিয়ে আমাক॥
যাৰ সৱে আজ্ঞা দিলে যাৰ সৱে
শুনিব ভণিব ৰঙ্গে।
সবাৰে কৃষ্ণত ভকতি সন্তত
মিলিব বৈষ্ণৱ-সঙ্গে॥১২৮৫
বৈষ্ণৱত প্ৰীতি কৃষ্ণত ভকতি
মুখে ৰাম কৃষ্ণ নাম।
সদা মোৰ হোক সামাজিক লোক
ডাকি বোলা ৰাম ৰাম॥১২৮৬
শ্ৰীকৃষ্ণায়া নমোঃ। শ্ৰীগোপালায় নমঃ॥ • • •॥

লিপিকাৰ-পৰিচয়

মাঘৰ॥ ৪ জোৱাত॥ বিচপতিবাৰে॥ তিথ ইকাদশি দেনা। গোপা[ল]দেৱৰ। পুস্তক সমাপ্তং। পদ্মপানিদেৱৰ॥ দাস হলিৰামে লীখিতং। বিধ বিধ মুনি জাহ্ন (?) শাকে যেশগতে ৰবৌ। বিসং দিন গতে সৈতে চতুৰ্থিং প্ৰহৰে হুয়ে। শ্ৰীগোপালস্ত চৰিত্ৰং লিপিকৰ্ম্ম যথাবুদ্ধি০। অত :ৰং। জনিতং দোসং ক্ষন্ত তে বুধসম্মতঃ। : : ঃ:। ঃ ঃ ঃ। ——। ৫। ৫। ৫।

# শুধৰণি ।৵৹

কৈচা ছপা শুধৰোৱাৰ ব্যতিক্ৰমৰ বাবে ৩য়, ৪ৰ্থ, ৫ম ফৰ্মাত কেইটিমান ভুল বৈ গ'ল। পাঠকসকলে তলৰ মতে যেন শুধৰাই লয়। বাকী দুই-এটি ভুল স্পষ্ট বিধৰ, পাঠকে নিজে সিবোৰ ধৰিব পাৰিব।

| পিঠি | শাৰী | ছপা হৈছে | হ'ব লাগিছিল |
|---|---|---|---|
| ৩৭, ৩৯ | শিৰোনামা | দামোদৰদেৱৰ সত্ৰত | মাধৱদেৱৰ সত্ৰত |
| ৪০ | শিৰোনামা | অসম দেশলৈ | অসম দেশত |
| ৪৫ | শিৰোনামা | শ্ৰীক্ষেত্ৰৰ পৰা প্ৰত্যাবৰ্ত্তন | শ্ৰীক্ষেত্ৰৰ পথৰ পৰা প্ৰত্যাবৰ্ত্তন |
| ৫১, ৫৩ | শিৰোনামা | দামোদৰদেৱৰ সত্ৰত | গোপাল আৰু যদুমণি শুকৰ অসম যাত্ৰা |
| ৫৫ | শিৰোনামা | দামোদৰদেৱৰ সত্ৰত | যদুমণি আধলিয়াত, কাঁহীকুচিত গোপাল |
| ৫৭, ৫৯, ৬১ | শিৰোনামা | দামোদৰদেৱৰ সত্ৰত | গোপালৰ মহিমা-বিভূতি |
| ৬৩ | শিৰোনামা | দামোদৰদেৱৰ সত্ৰত | বৌধসকলৰ শত্ৰুতা |
| ৬৫ | শিৰোনামা | শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ | কলাবাৰীত সত্ৰ |
| ৬৭ | শিৰোনামা | শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ | কলাবাৰীত ভক্তিৰ চল |
| ৬৯ | শিৰোনামা | শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ | তেবেৰাপাৰত সত্ৰ |
| ৭১ | শিৰোনামা | — | তেবেৰাপাৰত সত্ৰ |
| ৭৩, ৭৫ | শিৰোনামা | শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ | হিলুৰীয়া যদুমণি আৰু অনিৰুদ্ধৰ ত্যাগ |
| ৭৭ | শিৰোনামা | শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ | জয়মুকুন্দ আৰু গোপালৰ পদ-বিচাৰ |

# শুধৰণী পিঠি

| পিঠি | শাৰী | ছপা হৈছে | হ'ব লাগিছিল |
| --- | --- | --- | --- |
| ৭৯ | শিৰোনামা | শ্ৰীশ্ৰীবংশীগোপালদেবৰ চৰিত্ৰ | গোপালদেৱৰ নিয়ম-সংযম |
| ৮১ | শিৰোনামা | দামোদৰদেৱৰ সত্ৰত | গোপালদেৱৰ নিয়ম-সংযম |
| ৩৩ | ১২, ১৫ | অজ্ৰসা | অজস্ৰা |
| ৩৫ | দাতিৰ টোকা | অমিয়ন্ত | সখিয়ন্ত |
| ৪০ | ৯ | লতিলা | লড়িলা |
| ৪৬ | ১৩ | ঘৰাই | যুৰাই |
| ৪৬ | ১৪ | থাইবো | যাইবো |
| ৫৮ | ১২ | প্ৰণামিয়া | প্ৰণামিলা |
| ৬৬ | দাতিৰ টোকা | ভক্তিৰ চল | ভক্তিৰ ঢল |
| ৭০ | ৭ | কৃষ্ণ | কৃষ্ণ |
| ৭০ | ১৩ | পদ্মপুৰাণৰ | পদ্মপুৰাণৰ |
| ৭৬ | ১৪ | সযে | সমে |

